পৰিশেষে এই কওঁ যে, এই পুথী ময় মুদ্রিত কৰিলোঁ হয়, কিন্তু ইয়াৰ স্বত্ব গ্রন্থকর্ত্তাৰেই আছে ইতি।

অসম-নগাঁও
শক ১৮৯৬; ১লা বৈশাখ } শ্রীগুণাভিৰাম শর্ম্মা।

—

## চতুর্থবাৰৰ বিজ্ঞাপন।

এই মুদ্রাঙ্কণত ইয়াক অনেক বৰ্দ্ধিত কৰা হ'ল।

শ্রীদীনবন্ধু শর্ম্মা।

—

অসমীয়া ল'ৰাৰ

# ব্যাকৰণ।



## ভাষা।

মানুহে যি যি স্পষ্ট শব্দ কৰি মনৰ ভাৱ প্রকাশ কৰে; তাৰ নাম ভাষা।

## ব্যাকৰণ।

ভাষা শুদ্ধকৈ লিখা পঢ়া কৰিবলৈ আৰু ভাল ৰূপে বুজিবলৈ যি যি নিয়ম কৰা যায়, তাৰ নাম ব্যাকৰণ।

দূৰৈৰ মানুহক কথা কই মনৰ ভাৱ জনাব নোৱাৰি আৰু বহুদিন হ'লে মনতো নেথাকে, এই কাৰণে ভাষা লিখা যায়; যি যি চিহ্নেৰে লিখা যায়, তাৰ নাম বর্ণ বা আখৰ। অসমীয়া ভাষাত এই কেইটা আখৰৰ ব্যৱহাৰ আছে। যথা;—অ আ ই ঈ উ ঊ ঋ ৠ ঌ ৡ এ ঐ ও ঔ অং অঃ।

ক খ গ ঘ ঙ। চ ছ জ ঝ ঞ। ট ঠ ড ঢ ণ। ত থ দ ধ ন। প ফ ব ভ ম। য ৰ ল ৱ শ ষ স হ ক্ষ।

# উৎসর্গা।



যি মোৰ
জন্মৰ ঘাই কাৰণ
আৰু
যাৰ এধানমান ঋণো
জন্ম জন্মান্তৰে
সুজিবৰ সাধ্য নাই,
সেই পৰমাৰাধ্য পূজনীয়
৺নৰোত্তম মজিন্দাৰ-বৰুৱা
পিতৃ দেৱতাৰ
স্মৃতি চিন
স্বৰূপে
এই অকণমান পুথি খনি
ৰাইজৰ হাতত
অৰ্পা হল।
ইতি।
লিখোঁতা।

শুভাশীৰ্ব্বাদ

শ্ৰীমান গঙ্গাৰাম চৌধুৰী বাপাদেও

দীৰ্ঘজীবেষু।

প্ৰিয় ভতিজা,

তুমি "গুৰুদক্ষিণা" নাট খনি পূজ্যতম ৺পিতৃ দেৱতাৰ সংক্ষিপ্ত জীৱনীৰে সৈতে নিজ ব্যয়ত প্ৰকাশ কৰিবলৈ ইচ্ছা কৰাত বৰ সন্তোষ পালোঁ। এনে সাধু ইচ্ছাৰপৰা প্ৰথমতে মাতৃ ভাষালৈ, দ্বিতীয়তে হিন্দু ধৰ্ম্মলৈ আৰু তৃতীয়তে গুৰুসকললৈ তোমাৰ কিমান আন্তৰীক শ্ৰদ্ধা ও ভক্তি আৰু মন কিমান ওখ ও বহল তাক বেছ বুজিব পাৰি। মই অতি ৰংমনেৰে ইয়াৰ প্ৰথম তাঙৰণ উলিয়াবলৈ অনুমতি দিছোঁ। পৰম পিতা জগদেশ্বৰৰ ওচৰত তোমাৰ সজ বাসনা বাঢ়িবলৈ আৰু সকলো প্ৰকাৰে মঙ্গল হবলৈ প্ৰাৰ্থনা কৰিছোঁ। ইতি।

শিৱসাগৰ। তোমাৰ মৰমৰ—

২৫।৩।১৯০০ ইং শ্ৰীদুৰ্গাপ্ৰসাদ।

# প্ৰকাশৰ মন্তব্য।

লিখোঁতাৰ প্ৰকাশিত গ্ৰন্থাৱলীৰ বাহিৰেও পদ্য, গদ্য, নাটকাদি ভালেমান পুথি ছপা নোহোৱাকৈ হাতে-লিখা অৱস্থাত থকা দেখি, তাৰে কিখনিমান পুথি পঢ়ি চাবলৈ অভিপ্ৰায় কৰাত, মোক মৰম কৰি পঢ়িবলৈ দিলে। মই এখনি এখনিকৈ কেবাখনি নাটকো পঢ়ি চালোঁ। কোনো এখনিও পঢ়ি বেয়া নেপালোঁ। আটাইকিখনি বৰ বিতোপন মন-মোহা পুথি। ঘাইকৈ এই "গুৰুদক্ষিণা" খনি পঢ়ি মনত বৰ তৃপ্তি লভিলোঁ। ই ধৰ্ম্ম বিষয়ক পৌৰাণিক নাট। আজি-কালিৰ চলিত ভাষাত পুৰণি বিষয় অতি সুন্দৰৰূপে সজাই দিয়া হৈছে। ইয়াক পঢ়িলে আমনি নেলাগে। আমাৰ ভাষাত ধৰ্ম্ম সম্বন্ধীয় উপদেশ পূৰ্ণ পুথি হয়মানে ভালৰ কথা। তাতে আকৌ পুথি খনি গ্ৰন্থকাৰে তেওঁৰ ভক্তিভাজন ৺পিতৃ দেৱৰ স্মৰণ-চিন স্বৰূপে উৎসৰ্গা কৰা দেখি, বেগেতে ছপাই উলিয়াবৰ নিমিত্তে মোৰ মন বৰ উত্ৰাৱল হবলৈ ধৰিলে। লিখোঁতাই অনুমতি দিলে মই নিজ ব্যয়ত ছপা কৰি উলিয়াবৰ

ইচ্ছা প্ৰকাশ কৰাত, তেওঁ অনুগ্ৰহ কৰি আদেশ দিলে। এতিয়া অতি বিনীত ভাবে এই পুথি খনি ৰাইজৰ হাতত অৰ্পণ কৰিছোঁ। মোৰ সৰল বিশ্বাস, এই পুথি পঢ়ি সকলোৱে মনত সন্তোষ পাব আৰু গুৰুৰ প্ৰতি ছাত্ৰৰ কিমান ভক্তি শিক্ষা দিছে তাক উত্তমৰূপে বুজিব পাৰিব। ইয়াক ৰাইজে চেনেহৰ চকুৰে চোৱা যেন দেখিলে, লাহে লাহে অন্যান্য পুথিবোৰো প্ৰকাশ কৰি ৰাইজৰ হাতত দিলে মনত বৰ উলাহ পাম, আৰু ছপোৱাৰ সাৰ্থক বুলি ভাবি আন্তৰীক বৰ আনন্দ লভিম।

সাৰ্‌শেষত ইয়াকো কোৱা উচিত যে, লিখোতাই যাৰ স্মৰণাৰ্থে এই পুথি খনি উৎসৰ্গা কৰিছে, তেখেতৰ একেবিমান সংক্ষিপ্ত জীৱনীৰে পৰিচয় নিদিয়াকৈ সামৰণি মৰা মোৰ পক্ষে নিতান্ত অন্যায়। সেই নিমিত্তে বিশেষ পুৰুষাৰ্থ কৰি যি পাৰিছোঁ, সম্প্ৰতি অলপমান গোটাই এই পুথিৰ শেহত ওপৰঞ্চিকৈ ছপাই উলিয়াইছোঁ। পূজ্যতম ৺নৰোত্তম মজিন্দাৰ-বৰুৱা মোৰ মাননীয় ককা-দেউতা হয়। মই তেখেতৰ ঘৰৰ জীয়ৰীৰ ফালৰ নাতিনীয়েক হওঁ; সেই সম্বন্ধত গ্ৰন্থকাৰৰ মই

ভক্তিজ্ঞাক। অন্তত ইয়াকো নকৈ নোৱাৰিলোঁ যে, এই পুথিখনি খৰাদেৱে মৰম কৰি তেওঁৰ দেউতাকৰ সংক্ষিপ্ত জীৱনীৰে সৈতে ছপাই উলিয়াবলৈ অনুমতি দিয়াত মই ৰংপাই অন্তৰে সমন্বিতে নথে শলাগ লৈছো আৰু তেওঁৰ ওচৰত কৃতজ্ঞতা জৰীৰে যাৱজ্জীৱন কাল বান্ধ খাই থাকিলো। ইতি।

ডিব্ৰুগড়। | শ্ৰীগঙ্গাৰাম চৌধুৰী,
. ১ | প্ৰকাশক





"বন্দো মই ভামা-মাতৃ তযু পদাম্বুজ,
বাদ্দেবি! তুমি মাতৃ জিহ্বাগ্রবাসিনী;"

জ্ঞানমঞ্জরি।

# গ্ৰন্থাৰম্ভ।

## লাগতীয়াল সঙ্কেত।

গ্ৰন্থকাৰসকলে দেখোতাঁ আৰু কৰোতা দুইৰো সুবিধাৰ নিমিত্তে প্ৰত্যেক (Theatrical Play) ভাওকে চোৱা চোৱাকৈ কেবা ভাগো কৰি দিয়ে। বিশেষ সুচলৰ হেতুকে প্ৰত্যেক ভাগকে আকৌ সৰু সৰু কেবা অংশতো বিভাগ কৰা হয়। ইংৰাজী নাটৰ একো ভাগক (Act) অঙ্ক আৰু সৰু একো অংশক (Scene) দৃশ্য বা দৰ্শন বুলি উল্লেখ কৰে। একো অংশৰ ভিতৰত কেইবাখনও দৃশ্য বা দৰ্শন থাকে। আজি কালি এই দেশীয় আৰু বঙ্গলা দেশীয় নাট ৰচোঁতাসকলে দৃশ্য বা দৰ্শনৰ সলনি প্ৰায় গৰ্ভাঙ্ক বুলিহে লিখে। এই নাটত ইংৰাজী প্ৰথাৰে লিখা হৈছে; কাযেই দৃশ্য বা দৰ্শনৰ ঠাইত গৰ্ভাঙ্ক বুলি ধৰিব লাগিব। ইতি।

গ্ৰন্থকাৰ।

# ভাৱৰীয়াসকলৰ নাম।

## মুনিহ।

শিৱ, কৃষ্ণ, বলৰাম, বসুদেৱ, যম, চিত্ৰগুপ্ত, সান্দীপনি, মধুমঙ্গল, পুৰন্দৰ, নালিয়া, দূত, কিছুমান ছাত্ৰ, কিছুমান পাপী।

## তিৰুতা।

গৌৰী, দৈৱকা, সান্দীপনিৰ ঘৈণীয়েক, চঞ্চলা, উপম, চেনিমাই।

## দৰ্শন।

কৈলাশপুৰী, যমপুৰী, মথুৰাৰ ৰাজ-আলি, অৱন্তী নগৰৰ ৰাজ-আলি, বসুদেৱৰ মাৰল-ঘৰ, বসুদেৱৰ বৰ-ঘৰ, দৈৱকীৰ অন্তঃপুৰ, সান্দীপনিৰ পঢ়াশালি, সান্দীপনিৰ ঘৰ, সান্দীপনিৰ চোটাল।

পৌৰাণিক নাট।

# গুৰুদক্ষিণা।

## প্ৰথম অঙ্ক।

### প্ৰথম দৰ্শন।

[illegible]



শ্ৰীকৃষ্ণ আৰু বলৰাম।

বল।—ভাইটি! তুমি এইদৰে মন মাৰি থাকিলে মই মনত বৰ বেয়া পাওঁ। তোমাৰ মুখত বিষাদৰ চিন দেখিলে মোৰ হৃদয়-আকাশ ভাবনা ডাৱৰে ঢাকি পেলায়। মোৰ সোণাই, তুমি কিয় মন মাৰি আছাঁ, ভাঙি কোৱাঁ।

কৃষ্ণ।—দদা! কলে কি হব? মোৰ অন্তৰত বৰ শোক। সিদিনা ককাদেউতাৰ শৰাধৰ দিনাৰপৰা মোৰ মন সম্পূৰ্ণ সলনি হৈছে।

বল।—মোৰ লাহৰি! হঠাৎ তোমাৰ মন ইমান পৰিবৰ্ত্তন হোৱাৰ কাৰণ কি? কোনে কি কলে? ধেমালি কৰিবলৈ আহি এইখন তুমি কি ভাবিছাঁ গোপাল?

কৃষ্ণ।—কোনে কি কব? হিতাহিত জ্ঞানে মনক লাজ দিলে।

বল।—ভাইটি! তুমি মোক ফাকুতি নকৰিবা, ভাঙি কোৱাঁ। তোমাৰ মন বিৰস দেখি মোৰ মন বৰ উত্রাব্বল হৈছে; কৈ বেগেত্তে চিন্তা দূৰ কৰাঁ।

কৃষ্ণ।—দদা! বাস্তৱতে মই বৰ আচৰিত হৈছোঁ। তুমি মোৰ কথাত মন নিদিয়াঁ।

বল।—কিয় নিদিম মোৰ সাদৰি? তোমাৰ কথাত যে মন নিদিম, দিম কাৰ কথাত? মই মোৰ প্ৰাণতকৈও তোমাক অধিক ভালপাওঁ।

কৃষ্ণ।—সিদিনা সভাত বহি থাকোঁতে কি কৈছিলোঁ?

বল।—ক'ৰ সভাত বহি থাকোঁতে—ককা দেউতাৰ শৰাধত বহি থাকোঁতে নে কি?

কৃষ্ণ।—ওঁ।

বল।—পণ্ডিতসকলে নানা ৰকম শাস্ত্ৰৰ কথা কোৱা-মেলা কৰা শুনি তুমিও পণ্ডিত হবৰ আশা কৰিছিলাঁ।

কৃষ্ণ।—এৰা, মোৰ দদা নে কোন! তেন্তে এতিয়াও সেই কথাকে ভাবিছোঁ। সিদিনা পণ্ডিতৰ সভাত মুখ মেলি কথা এটা কব নোৱাৰিলোঁ—ইয়াতকৈ নো কিবা লাজৰ কথা আছেনে? হায়! হায়!! বিদ্যাহীন জীৱন সমুলি মিছা। দেখিবলৈ ধুনিয়া হলে হব কি? গাত গুণ থাকিব লাগে। হাঁহৰ মাজত বগলিটো হৈ থকাতকৈ মৰি যোৱাই ভাল।

বল।—তেনে ওথ আশা কৰা একেবাৰে ভুল। আমি জানো বামুণ? আমাক বিদ্যা কেলৈ? বিদ্যা পণ্ডিতৰ হে আৱশ্যক। মুখ চুপতি কৰি নানা ৰকম কথা চেলাই

বামুণে পর্ব্বতি থাকে। সেইবোৰ আমাক কেনৈ ? আমি বন-বাৰি কৰি পেট পুহি থকাটোহে সুগুত। সেইবোৰ মিছা কথা ভাবি দুখ কৰি নেথাকিবা।

কৃষ্ণ।—দদা, তুমি আমাৰ মথা উদ্দেশ্য দেখোন একেবাৰে পাহৰিছা। তুমি আমাৰ ঘাই কথাৰে মন কৰি চোৱা-চোন। আমি সদাই গৰখীয়াৰ লগত খেলা-ধূলা কৰি ফুৰা নিতান্ত অন্যায় হল। ইমান ডাঙৰ হলোঁ বিদ্যা বুদ্ধি একো নাই। বিদ্যা বুদ্ধি নহলে উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰি। এতেকে আমি বিদ্যা শিক্ষা কৰা যুগুত। নিজৰ মনৰ মলি গুচাব নোৱাৰিলে, আনৰ মন নিকা কৰিব নোৱাৰি।

বল।—তোমাৰ কথা শুনি কলিয়া। মই বিচুৰ্ত্তি হওঁ। তোমাৰ দিনে দিনে একোটা মনৰ ভাব। যিহকে দেখা তাকে লাগে। পণ্ডিত দেখি পণ্ডিত হবৰ মন গল। আৰু বা নহবা কি ? এই ভাব আকৌ নুই থাইহে লাগে।

কৃষ্ণ।—পণ্ডিতৰ সমান সুখী পৃথিবীত কেওঁ নাই। মোক আশীর্ব্বাদ কৰা যাতে বেগতে পণ্ডিত হৈ মনৰ মলি গুচাই অন্তৰ পোহৰ কৰিব পাৰোঁ। আৰু তুমিও পণ্ডিত হৈ মোক কর্ত্তব্য কর্ম্মত সহায় কৰা। আমি যি উদ্দেশ্য সিদ্ধি কৰিবৰ নিমিত্তে পৃথিবীত আছিছোঁ, তাক যাতে সুকলমে সুসম্পন্ন কৰিব পাৰোঁ, তাতৈ অকণো হেলা নকৰিবা।

বল।—তেন্তে উপায় ?

কৃষ্ণ।—উপায় আৰু কি ? আমি সেই মুনিৰ পঢ়াশালিত পঢ়া।

বল।--মুনিৰ নো পঢ়াশালি কত—যাবানো কেনেকৈ ?

কৃষ্ণ।—সেই বিষয়ে দদা, তুমি একো ভাবিব নেলাগে। মই নাম আৰু থকা ঠাইআদি সকলো তেওঁৰেপৰা ঠিককৈ থৈছোঁ। আহা! মুনি জন কেনে মৰমায়াল! আমাক কেনে আদৰ-সাদৰ কৰিছিল!

বল।—আমাৰ ইয়াৰপৰা কিমান দূৰ ?

কৃষ্ণ।—ইয়াৰপৰা বোলে অৱন্তী নগৰ তিনি মাহৰ বাট।

বল।—উস্! বহুত দূৰ। ইয়াৰপৰা গৈ তাত পঢ়া নিতান্ত অসম্ভৱ।

কৃষ্ণ।—কি অসম্ভৱ? পৃথিবীত একো অসম্ভৱ নাই। ইচ্ছা কৰিলেই উপায় ওলায়। সংসাৰত যত্ন নকৰিলে কেওঁ ৰত্নৰ অধিকাৰী হব নোৱাৰে। বিদ্যা অমূল্য ৰত্ন; তেনে ৰত্ন লাভ কৰিবলৈ প্ৰাণপণে যত্ন কৰা উচিত।

বল।—দেউতাই পঠিয়ালে হে ?

কৃষ্ণ।—অৱশ্য বুজাই কলে দেউতাই পঠিয়াব। মই হলে আইটালৈ হে ভাবিছোঁ। তিকতাৰ মন নিচেই কোমল। বঢ়ালে বুজালে যদি পঠিয়াই তেনেহলে আৰু আমি তৰিলোঁ।

বল।-বলঁা, তেন্তে আমি যাওঁ। তেওঁবিলাকৰ অনুমতি লৈ আমি লিখা পঢ়া শিকোঁগৈ। মুনিৰ নাম কি ?

কৃষ্ণ। তেওঁৰ নাম সান্দীপণি।

বল।— গোপাল, তুমি বৰ টেঙৰ আৰু বহুত কথা জানা, এতেকে বুজাই-বঢ়াই কলে অৱশ্য আমাক পঠিয়াব। লগত আৰু কাক নিবা ?

কৃষ্ণ।—কাক নিম? তুমি আৰু মই।

বল।—অনুমতি লওঁগৈ বলা।

---

গীত।—

আহাঁ আহাঁ কৰোঁ আমি, বিদ্যা উপাৰ্জ্জন।
বিদ্যাৰ সমান নাই, সংসাৰত ধন।
বিদ্যাৰ গছতে জ্ঞান, জ্ঞানৰ ফলতে মান
নহলে ধৰাত ভাই, মিছাতে জীৱন।
দেউতা আইক কই, ঘৰৰ বাহিৰ হই
অৱশ্যে লভিম বিদ্যা কৰিলে যতন।

(দুইৰো প্ৰান।)

# দ্বিতীয় দৰ্শন।

## বসুদেৱৰ মাৰল-ঘৰ।

### বসুদেৱ ও দৈৱকী।

দৈৱ।—প্ৰাণেশ্বৰ! লৰা দুটি অথনিয়েই ধেমালি কৰিবলৈ গল এতিয়াও দেখোন ঘূৰি নাহিল!

বসু।—লৰা মানুহ লগৰীয়াৰ লগত বাহিৰত ধেমালি কৰি আছে চাগৈ প্ৰিয়সা, একো চিন্তা নকৰিবা।

দৈৱ।—মোৰ চকুৰ আঁতৰত থাকিলেই নাথ, কব নোৱাৰোঁ, কিয় হেৰাই হেৰাই যেন ভাব হয়। আহা! সিহঁত মোৰ ওচৰত থাকিলে হাততে স্বৰ্গ পাওঁ।

বসু।—তুমি হে নেলাগে, জগতৰ সকলো মাইকীৰে সন্তানৰ নিমিত্তে এনে মৰম আৰু অলপমান পৰো চকুৰ আঁতৰত থকা সহিব নোৱাৰে।

দৈৱ।—আহা! সংসাৰত মোৰ সোণাইহঁতৰ বঢ়া অইন একো বস্তু নাই। পৃথিবীত যাৰ সতি-সন্তান নাই, তাতকৈ দুখীয়া কোন আছে? খাবলৈ থক বা নথক, পিন্ধি-বলৈ থক বা নথক, যদি সন্তান-সন্ততি থাকে, তেন্তে সি মহৎ ধনী আৰু সুখী।

বসু।—তুমি স্বৰূপ কৈছা ৰাণী! পুত্ৰ মুখ দেখিবলৈ নেপালে, পৃথিবীত জন্ম লোৱাৰে সাৰ্থক নাই। সেইহে পুত্ৰহীন মানুহক দেখিলে যাত্ৰা নাই বোলে। তুমি মহা ভাগ্যৱতী নাৰী। তোমাৰ যহতে ময়ো মহাসুখী।

( বলৰাম প্ৰবেশ। )

বল।—( বিনয়েৰে ) দেউতা! গোপালে সৌ বাহিৰত কান্দি আছে।

দৈৱ।—মোৰ সোণাইৰ কি হল, বলাই? তোমালোকে মৰামৰি কৰিছিলাঁনে কি?

বল।—মৰামৰি কৰা নাই। মূৰ্খ হলোঁ বুলি বেজাৰ কৰি কান্দিছে।

বসু।—কি মূৰ্খ হল? মোৰ বোপাইৰ সমান জ্ঞানী লৰা দেখোন দেখাই নাই। মাতি আনাচোন শোধোঁ, মোৰ লাহ-বিয়েনো কেলৈ কান্দিছে।

দৈৱ।—যোৱাঁ, মোৰ মইনা যোৱাঁ, বেগেতে মাতি আনাগৈ।

বল।—মই গোপালক মাতিলে নাহে, ঠেহ পাতিছে।

বসু।—কি জগৰ লাগিল? তুমি ডাঙৰ, সক ভাইটিক জানো ডাবি-হুকি দিব পায়? মৰম কৰি ওমলাইহে থাকিব লাগে। তুমি থং কৰিছিলাঁনে কি? কেলৈ ঠেহ পাতিছে?

দৈৱ।—বলাই, তুমি বৰ ওখৰা লৰা। তুমি গোপালক ডাবি দিলাঁ হবলা। গোপাল অকণমান ভাইটি, তাক জানো ডাবি দিব পায়? মাতি আনাগৈ যোৱাঁ। মোৰ সোণাইক শোধোঁ কেলৈনো কান্দিছে।

বল।—অইন একো হোৱা নাই আইটা, সিদিনা ককাদেউতাৰ শৰাধত যে, পণ্ডিতবোৰ আহি শাস্ত্ৰৰ কথা কৈ তৰ্ক কৰিছিল, আমি তাতে বহি আছিলোঁ, তেওঁবিলাকৰ কথা একোকে তৰ্কিব নোৱাৰিলোঁ। বামুণৰ লৰা-

কিটামানে আমাক কিবা শুধিছিল। পিছে, গোপালেও নোৱাৰিলে, ময়ো নোৱাৰিলোঁ। গোপালে কব নোৱাৰি, মুৰিবৰমান লাজ পালে। মোৰ আগত লেখা পঢ়া শিকিলৈ প্ৰতিজ্ঞা কৰিলে। দেউতা, গোপালৰ পঢ়িবলৈ বৰ মন হৈছে।

বন্ধু।—মোৰ সোণাই পৰম জ্ঞানী। অৱশ্য পঢ়িব লাগে। তুমি মাস্তি আনাগৈ মই ঠেহ ভাঙিম। যোৱাঁ।

(বলৰাম প্ৰস্থান।)

দেখিলাঁ—গোপাল কেনে লৰা? মোৰ বোপায়ে নপঢ়েমানে নেৰে। তুমি নকৈছিলাঁ—অজ্ঞান মূৰ্খ হল। মই কৈছিলোঁ নহয়, মনত আছেনে? যেতিয়া জানিব তেতিয়া নিজেই পঢ়িবলৈ উত্ৰাৱল হব। তালৈকে জানিবা ভাল লগ লগাই দিব লাগে। মানুহে নেজানে যে, সঙ্গৰপৰা কিমান শিকিব পাৰে। গোপালে যদি সিদিনা সেই পণ্ডিতৰ লৰাকেটাৰ লগ নেপালে হেতেন কেতিয়াও ইমান সোনকালে পঢ়িবলৈ মন নেমেলিলে হেতেন। নিজৰ মন নগলে বলেৰে কাকো কোনেও শিকাব নোৱাৰে। নিজৰ মনৰ এটা আগ্ৰহ হব লাগে। সেই আগ্ৰহ লগৰ লগৰীয়াৰপৰা হয়। এতেকে লৰা-ছোৱালীক কেতিয়াও বেয়াৰ লগ লাগিবলৈ দিব নেলাগে। যেনে দৰে সিহঁতক গঢ়িবৰ ইচ্ছা হয়, সেই নিচিনা সঙ্গীৰ লগ লগাই দিলেই এনেই গঢ় লাগি আহিব।

(কৃষ্ণ, বলৰাম প্ৰবেশ।)

দৈৱ।—আহাঁ, মোৰ সোণাই! আহাঁ, মোক চুমা এটি দিয়াঁহি।

তুমি বেজাৰ কৰিছাঁ কেলৈ——কি হল——কোনে জগৰ লগালে ?

কৃষ্ণ।—( চুমা দি ) আইটো, মোক কোনেও একো জগৰ লগোৱা নাই। মোৰ অন্তৰত বৰ শোকে ধৰিছে। সিদিনা সভাত বৰ লাজ পালোঁ। লাজতকৈ অন্তৰৰ ডাঙৰ ব্যাধি নাই। তেনে লাজে মোক বৰকৈ পীড়িছে।

বসু।—তোমাৰ কিহৰ লাজ ? পণ্ডিত ধৰি দিওঁ পঢ়াঁ। মন দি পঢ়াঁ। দুদিনতে সকলোকে চেব পেলাব পাৰিবাঁ। বেজাৰ নকৰিবাঁ। মই শীঘ্ৰে পঢ়াৰ ঠিক কৰি দিম। তুমি নেকান্দিবা অ' মোৰ লাহৰি !

কৃষ্ণ।—দেউতা ! সোনকালে পঢ়া আৰম্ভ কৰিব লাগে। আমি বহুত ডাঙৰ হলোঁ। সকবেপৰা গৰখীয়া লৰাৰ লগত ধেমালি কৰি ফুৰি বৰ অন্যায় কৰিলোঁ। আমি মহামূৰ্খ হলোঁ। বিদ্যাহীন জীৱনত একো সকাম নাই। দদায়ে মযে বিদ্যা শিক্ষা কৰোঁ।

বসু।—পঢ়িবাইক মোৰ সোণাই। তোমালোকৰ কিহৰ চিন্তা ? আজিয়েই মই পণ্ডিত ঠিক কৰি দিম, ঘৰতে পঢ়াই যাবহি।

কৃষ্ণ।—দেউতা, বিদ্যা শিক্ষা গুৰুৰ ঘৰত থাকি কৰাহে যুগুত। ঘৰত পঢ়িলে শাস্ত্ৰে পাৰ নোৱাৰিম। এতেকে দদাকে মোকে অৱন্তী নগৰৰ সান্দীপনি মুনিৰ পঢ়াশালিত পঢ়িবলৈ পঠিয়াই দিয়ক। মুনি জন বৰ ভাল। সিদিনাখন আহোতে আমাক বৰ মৰম-বেথা কৰিছিল।

দৈৱ।—নহয়, মোৰ লাহৰি, সিমান দূৰত গৈ পঢ়িব নেলাগে।

তোমালোকে মোৰ মইনাহঁত ঘৰতে পঢ়াঁ। যি শিকিব খুইছা সকলো ঘৰতে থাকি শিকিব পাৰিবাঁ। মোৰ চকুৰ আৰ্ত্তৰত থাকিব নেলাগে।

বল।—আইটা! আমি তাত বেছী দিন নেথাকোঁ নহয়, বেগতে ঘূৰি আহিম। গোপালৰ যাবৰ বৰ মন হৈছে, বাধা নকৰিবা চেনেহী আই! বাধা কৰিলে গোপালে মনত বৰ বেয়া পাব। গোপালে কন্দা দেখিলে মোৰো চকুৰ পানী ববলৈ ধৰে।

বসু।—তোমালোকে পিতৃ মাতৃৰ নয়ন স্বৰূপ। তোমালোক নহলে, আমাৰ সকলো এন্ধাৰ। তোমালোকক পঠিয়াই আমিনো কেনেকৈ থাকোঁ অ' মোৰ সোণাই-হঁত? এতিয়া ব'লা জলপান কৰাঁগৈ। পিছে বাৰু এটা থিৰাং কৰা হব।

দৈৱ।-- বলক সকলো যাওহঁক।

(সকলোৰে প্ৰস্থান।)

# তৃতীয় দৰ্শন।

---

## বসুদেৱৰ বৰ-ঘৰ।

চঞ্চলা।

চঞ্চলা —( আপোনা-আপনি ) সংসাৰত সুখ কি— তাক সঠিক কৰিব মই ইমান দিনেও নোৱাৰিলোঁ। মানুহে কয়, দুখ নেপালে সুখ বুজিব নোৱাৰে। মোৰ তেন্তে এতিয়া দুখনে সুখ? মানুহে কয়, মই [illegible] লোকৰ ঘৰৰ দাসী, মোৰ সমান দুখী অইন কেও নাই। [illegible] সুখ [illegible] নথা নাই [illegible] সুখ দেখা নাই [illegible] সুখৰ বিপৰীত অৱস্থাই দুখ। [illegible] খাইছে, [illegible]ছেঁ, [illegible]ছোঁ ফুৰিছে, আছো। মই দেখোঁ আনক কি কওঁ, তাকে শুনে। অইন কি মাটিকে মোক [illegible] মান [illegible] মোণ। নাৰীতকৈ মই দাসী কাৰ্য্যত ঘৰৰ ঘৈণী জনী। এনেস্থলত মোৰ এই অৱস্থা দুখ নহয়। যদি দুখ নহয়, তেন্তে এয়ে মোৰ অৱশ্য সুখ। মই তেন্তে সুখী। মোৰ সুখৰ অন্ত নাই। আহা! মই বৰ সুখী। পৃথিবীত যদি সুখী আছে, তেনেহলে ময়েহে মাথোন। আজিৰপৰা ঠিক হল, মই সুখী। বাৰু, চাওঁচোন আৰু কোনোবা মোৰ নিচিনা আছেনে? নাই। বাৰু, মোক ৰাণীয়ে কেতিয়াবা পাগলী বোলে, মই চাওঁতে মই সুখত থকা খিয়ালতহে সেইদৰে গালি-সপনি পাৰে।

যদি গালি পাবে, তেন্তে মই পৰৰ অধীন। পৰাধীন জীৱৰ নো কত সুখ ? পৰাধীন হওঁনে নহওঁ, চাওঁ-চোন বাৰু। কেতিয়াও মই পৰাধীন নহওঁ। মই যদি পৰাধীন সংসাৰ গোটেই খন পৰাধীন। ৰজানো কি স্বাধীন ? ৰায়তৰ কৰ আদায় কৰিব নোৱাৰিলে খাবলৈ ভাত নাই। দেশ ৰাখি নেথাকিলে লোকে কৰ নিদিয়ে। কৰ নেপালে কিহৰ ৰজা ? সকলোতকৈ ৰজাকে ডাঙৰ বোলে, তেনে ডাঙৰ ৰজাইও ৰায়তৰ কৰ নেপালে খাবলৈ নেপায়। এনেস্থলত ৰজা মোৰ বিবেচনাৰে সুখী নহয়। স্বাধীন নহলে সুখী হব নোৱাৰে—এতেকে স্বাধীন বুলিনো কাক ধৰিম ? বাৰু, আই আহক আজি তেওঁৰে সৈতে এটা মীমাংসা কৰি থিৰ কৰিম। ভাল কথা হল ! মোক ঘৰটো শাৰি ঠাই খন অঁটাবলৈ কৈছিল। মই সুখ বিচাৰি থাকোঁতেই গল। ( ভৰিৰ খোজ শুনি ) অ' লোকে ওলালহিগেই। ( শোটাতো লৈ ঠাই শাৰে ) মই কিবাবোৰ হে ভাবিছোঁ—প্ৰেমৰমান সুখ নাই। তালৈকো হলোঁ বুঢ়ী। বুঢ়া এটা পালে জানিবা হয়। বুঢ়াই জানো বুঢ়া বিচাৰে—বিচাৰে যদি গাভৰু হে বিচাৰিব। মই হওঁতে বুঢ়ী হোৱা নাই। ভালকৈ মুৰ-গা অঁটাও মুঠেই, ভাল ডেকাটোৰো চকু বৈ যাব।

( দৈৱকী, কৃষ্ণ আৰু বলৰাম প্ৰবেশ। )

দৈৱ।—কত ডেকাৰ চকু বৈ যাব অ' চঞ্চলা ?

চঞ্চ।—মোৰ কথাবোৰ আই, শুনিলেনে কি ?

দৈব।—শুনিলোঁতো পাগলী!

চঞ্চ।—তেন্তে ভাঁবিলে কি হব? আই, প্ৰেমৰমান জগতত সুখ নাই—নহয়নে বাক?

বল।—বুঢ়ী তোৰ প্ৰেম কৰিবৰ মন গল? আহা! ৰূপসীৰ ৰূপ চোৱাঁ। পাগলীৰ চিৰকালেই প্ৰেম। যা বুঢ়ী, বৈপে বিচাৰি যা। প্ৰেমীকা হৈ ভিতৰত সোমাই থাকিলে কত প্ৰেম পাবি? বেটীৰ কথাৰ ভাব চোৱাঁ?

কৃষ্ণ।—দদা, চঞ্চলাক মিছাতে থং উঠি ঠাট্টা কৰিছাঁ কিয়? জগতত কোন অপ্ৰেমাক আছে? আকাশত চোৱাঁ, প্ৰেমাক চন্দ্ৰই প্ৰেম বিলাইছে, পৃথিবীত চোৱাঁ, মানুহে মানুহে, পশুৱে পশুৱে, চৰাৱে চৰাৱে, সদাই ইটোৱে সিটোক প্ৰেম বিলাব লাগিছে। সংসাৰ গোটেইখন প্ৰেমৰ হাট। অহন কি—পৰ্ব্বত-নৈ, তৰু-লতা সকলো একোখনি প্ৰেমৰ চিত্ৰ মাথোন।

চঞ্চ।—মোৰ বোপাই নে কোন? মোৰ প্ৰেমময়ে সকলেপৰা প্ৰেম চিনিলে। মোক মোৰ লাহঁৰিয়ে বুজাই নিদিলে, দিব কোনে? এনে প্ৰেমাক নহলে জানো ব্ৰজবালা সকলক বাহাৰ মাতত উত্ৰাৱল কৰিব পাৰে?

বল।—বুঢ়াৰে দেখোন আশ পাই গললেকে জপিয়ায়।

দেৱ।—বোপা, তোমালোকে মনে মনে থাকাঁ। তাই পাগলীৰ লগত এইবোৰ মুখ চুপাতি নকৰিবাহঁক।

কৃষ্ণ।—আইটা চঞ্চলাৰ কথা শুনি মই তাইক পাগলী বুলিব নোৱাৰোঁ। দদাই কথা নগমি থপংকৈ মানুহৰ মুখ সংহাৰি দিয়ে। সকলোৰে মনত সুখ আছে, প্ৰেম

আছে, আশা আছে, মনে মনে নিজক নিজে ভাল বুলি বিশ্বাস কৰে। তেনে ভাবত আমি কাকো বঞ্চিত কৰিব নোৱাৰে। মুখৰ মিঠা মাতে মানুহক যিমান বশীভূত কৰিব পাৰে, অইন একোৰে সিমান বশ কৰিব নোৱাৰে। মিঠা মাতেৰে মানুহক তুষ্ট কৰিবলৈ একো খৰচ-ভগন কৰিব নেলাগে। এনেস্থলত মানুহক টেঙা মাত দিয়া মোৰ মনেৰে নিতান্ত ভুল।

চঞ্চ।--মোৰ সোনাক মই কত থওঁ, কি কৰো? মোৰ বোপাই মহাজ্ঞানী। মোৰ বোপাইৰ কথাত যে মানুহ মুহিত নহব—হব কাৰ কথাত?

দৈৱ।—বলৰাম গোপালে চঞ্চলাক তুমি ঠাট্টা-মস্কৰা কৰাত পেটে সুমুখিতে বেগা পালে। ভাইটিহঁতৰ কথাবোৰ ন্যায় সঙ্গত। তুমি ভাইটিহঁতৰ কথা শুনিবা দেই মইনা। এতিয়া বলা ভিতৰলৈ যাওঁ। তোমালোকৰ ভোক লাগিব পায়, অগনিয়েই থাকা—এতিয়া বলা কিবা কিবি খাই আহিবাহঁক।

বল - আইটো। দেউতাই চাবলৈ ভিতৰত ৰৈ আছে, আমি যাওঁ বলক। পঢ়িবলৈ যোৱাৰো দিন ঠিক কৰিব লাগে। মোৰো পঢ়িবলৈ বৰ মন গৈছে।

কৃষ্ণ। মোৰ হলে দদা, সমলি ভোক লগা নাই। কেনেকৈ বিদায় লৈ মুনিৰ পঢ়াশালি পাওঁগৈ তাকেহে ভাবিছোঁ। বলক এটা যাবলৈ দিন ঠিক কৰোঁগৈ।

( দৈৱকী, কৃষ্ণ আৰু বলৰাম প্ৰস্থান )

চঞ্চ।—মই এতিয়াহে বুজিলোঁ, কৰ্মীয়া প্ৰেমৰ খনি। ভাবে-

তোহে গোপিনীহঁতে বাঁহীৰ মাতত বিভোল হৈ পাগলাৰদৰে ফুৰিছিল। আজি কলিয়াৰ মৌৱৰণা মিঠা মাতে মোৰ চিত্ত হৰি নিলে। ঠিক কথা, সংসাৰত প্ৰেমেই সুখ। এতেকে প্ৰেম লাভৰ উপায় চিন্তাগে যুগুত। প্ৰেমনো কি? ভাল পোৱা। ভাল পোৱানো কি? বৰকৈ মৰমেৰে ভাল পোৱা। বৰকৈ ভাল পালেই প্ৰেম হয়। তেন্তে সকলোকে ভাল পাম। ভাল পাম হয়, মোক আকৌ অইনে ভাল পালেহে হৈছে। ভাল পায় কেলৈ? কি ভাল পায়? দেখিবলৈ ভাল হলে ভাল পায়। দেখিবলৈ ভাল সুৱনী হলে। মই সুৱনী হওঁনে নহওঁ? অৱশ্য হওঁ---কিয় নহম? সুৱনীনো হয় কিহৰপৰা? ৰূপ থাকিলে; তেন্তে মোৰ ৰূপ আছে। ৰূপনো কি? দেখিবলৈ ধুনিয়া হোৱা। দেখিবলৈ ধুনিয়া হবলৈ হলে কি কি লাগে? মূৰত কেচা চুলি, সমান দালিম গুটি যেন দাঁত, সুগোল দেহা, মুখত হাঁহি, চকুত ঠাৰ, হংসৰ গতি; ইয়াৰ উপৰিও কিছুমান উপায় আছে যেনে:— মূৰত সিন্দুৰ, হাতত খাৰু, খোপাত ফুল, গাত চিত্ৰ বিচিত্ৰ কাপোৰ। যাই বস্তু পাহৰিছোঁ——মুখৰ মিঠা মাত। এই আতাইবোৰ গুণ মোৰ গাত একেলগে নাই বুলিলেও হয়। যিবা নহক, চেষ্টাৰ অসাধ্য একো নাই। প্ৰেমৰ জগতত যদি প্ৰেম ঘটিব আৰু বিলাব নোৱাৰিলোঁ তেন্তে জীৱনেই মিছা।

গীত।—

চঞ্চু।—এতিয়া আদৰে কোনে মোক ?

বয়স দিলেহি ভাঁটী, যৌৱন কৰিলোঁ মাটি,
সহি আছোঁ দিনে ৰাতি, যত মোৰ দুখ।

ডেকাক দেখালে বুকু, মুঘূৰাই দেখোঁ চকু,
বুঢ়ী বুলি ডাঙে ভুকু, পাওঁ কত দুখ।

যেতিয়া গাভৰু কাল, গপতেই গল ভাল,
প্ৰেমক দেখিলোঁ কাল, এতিয়াহে শোক।

( প্ৰস্থান )

---

## চতুৰ্থ দৰ্শন।

---

দৈৱকীৰ অন্তঃপুৰ।

বসুদেৱ আৰু দৈৱকী।

---

বসু।- প্ৰিয়সি পিঃ মাতৃৰ দোষত সন্তান-সন্ততি মূৰ্খ হয়। মূৰ্খ সন্তান থকাতকৈ নথকাই ভাল। পুত্ৰই যেতিয়া বিদ্যা শিকিবলৈ নিজেই ইমান আগ্ৰহ দেখুৱাইছে, আমি তাত বাধা দিয়া নিতান্ত গৰ্হিত।

দৈৱ।—হে স্বামি! মই আপোনাৰ ছুটি ভৰিত ধৰি কাকুতি কৰিছোঁ, মোৰ চকুৰ মণি ছুটি আঁতৰ নকৰিব। মই প্ৰভু, সিহঁতক নেদেখিলে নিশ্চয় মৰিম। মাইকীৰ পেটে এনে শোক কেতিয়াও সহিব নোৱাৰে।

বসু।—সিহঁতৰ ভালৰ নিমিত্তেহে মই পঠিয়াবৰ মন কৰিছোঁ। কৰ্ত্তব্য কৰ্ম্মত ব্যাঘাত কৰা জ্ঞানীৰ কাৰ্য্য নহয়। সিহঁতে এতিয়া নিজৰ অভাৱ বেছকৈ জানিহে ইমান বিতত হৈছে।

দৈৱ।—নাথ, লৰা মানুহ বুজিব নোৱাৰি দেখাক দেখি পঢ়িবলৈ ওলাইছে। আপুনি প্ৰভু, মোক হেপাহৰ ধন আৰু চেনেহৰ বস্তুৰপৰা যেন বঞ্চিত নকৰে।

বসু।—ধাৰ্ম্মি মই সিহঁতৰ কথা কাটিব নোৱাৰি অনুমতি দিলোঁ। তুমি যদি পাৰাঁ বুজাহ ৰাখাঁ। মোৰ তাত একো আপত্তি নাই।

দৈৱ।—পিত হৈ এনে নিদাৰুণ কাৰ্য্যত প্ৰভু, কেনেকৈ অনুমতি দিছে, মই ইয়াৰ একো মূৰ ধৰিব পৰা নাই।

( বলৰাম ও কৃষ্ণৰ প্ৰবেশ )

বল।—আইটা! আমি যাবলৈ ওলালোঁ। ( দুয়ো সেৱা কৰে )

দৈৱ।—নেলাগে মোৰ লাহৰিহঁত, তোমালোকে যাব নেলাগে। মই ইয়াতে পণ্ডিত ধৰি দিয়াঁও, তোমালোকে ঘৰতে থাকি পঢ়াইক।

কৃষ্ণ।—আইটা! কিয় ইমান ব্যাকুল হৈছে? আমি নিজৰ জ্ঞান উপাৰ্জ্জন কৰিবলৈ ওলাইছোঁ। সেইবাবে

ৰংমনেৰে আমাক আশীৰ্ব্বাদহে কৰিব লাগে। জ্ঞান অৰ্জ্জাতকৈ পৃথিবীত আৰু আন কি ভাল কাম আছে?

দৈৱ।—মোৰ সোণাই! মইনো কাৰ মুখ চাই ইয়াত থাকোঁ? তোমালোকক এখন্তেকো নেদেখি থাকিব নোৱাৰোঁ; এক পলককে এক যুগ যেন অনুভৱ হয়। তোমালোকক নেদেখিলে গোটেইখন এন্ধাৰ দেখোঁ। নেলাগে মোৰ আচলৰ ধন আচলতে থাকাহঁক। যি বিদ্যাকে শিকিব খোজা, ঘৰতে ওজা আনি দিওঁ তাকে ৰংমনেৰে শিকি থাকাঁ। দূৰণী বাটত গৈ থাকিব নেলাগে। মই তোমালোকক চকুৰ আঁৰ কৰিব নোৱাৰোঁ। তোমাকক নেদেখিলে পৃথিবী গোটেইখন এন্ধাৰ দেখোঁ।

কৃষ্ণ।—আইটা, আপুনি মোৰ মায়াত মুগ্ধ হৈছে। সংসাৰত কেওঁ কাৰো নহয়। সকলো মিছা। মোৰ প্ৰাণ পখী যদি চকুৰ আগতে দেহা-সজা এৰিব লগা হয়; তেন্তে কি উপায়েৰে তাক ধৰি ৰাখিব? চৰ্ম্ম চকুৰে হে আপোন সি পৰ এনে ভাব হয়; কিন্তু দিব্য চকুৰে সকলো সমান। এতেকে মোহ পৰিহাৰ কৰি বিদায় দিয়ক। আমি তাত বেছি দিন নেথাকোঁ, যিমান সোনকালে পাৰোঁ আকৌ ঘূৰি আহিম।

বল।—আইটা, গোপালৰ নিতান্ত যাবৰ ইচ্ছা হৈছে, বাধা নকৰিব। ভাইটিৰ মুখত আজি কেবাদিনৰো মূৰত হাঁহি দেখিছিলোঁ, আপুনি সেই হাঁহি মাৰ নিয়ালে। চাই থাকোঁতেই আহি আকৌ পামহি। একো চিন্তা নকৰিব আমাক শুদ্ধ চিত্তে বিদ্যা শিকিবলৈ বিদায় দিয়ক।

দৈৱ।—মোৰ লাহৰিহঁত ঐ! মইনো কেনেকৈ সহোঁ? একতিল-

মানো নেদেখি থাকিব নোৱাৰোঁ দেখোন। ( শোক কৰে, চকুৰ পানী বয়। )

কৃষ্ণ।—আইটা, সহিলে সম্পদ নসহিলে আপদ। আমাক সং-মনেৰে বিদায় দিলে অলপতে আমাৰ বাঞ্ছা সফল হব। মাতৃ, শোক পৰিহাৰ কৰি বিদায় দিয়ক। নিজৰ কৰ্ত্তব্য কামলৈ মোহত পৰি পিঠি দিয়া বৰ অন্যায় কাৰ্য্য।

দৈৱ।—ঈশ্বৰ তোমালোকৰ সহায় হক, শীঘ্ৰে মনোবাঞ্ছা পূৰ্ণ কৰাই কোলাৰ বস্তু যেন মোৰ প্ৰভুৰ চৰণে কোলালৈ আনক। ইয়াৰ বাহিৰে মই দুখুনীয়েনো কেনেকৈ যোৱাঁ বুলি বিদায় দিওঁ? ( কৃষ্ণ বলৰামে সেৱা কৰে। )

বল।—আইঁ গোপাল, দেউতাবো বিদায় লওঁ। ( দুইবো সেৱা )

বসু।—পৰমপিতা, অনাথৰ নাথ, জগবন্ধুৱে তোমালোকৰ মনো-বাঞ্ছা সিদ্ধি কৰক।

( চঞ্চলাৰ প্ৰবেশ )

কৃষ্ণ।—চঞ্চলা! আমি লেখা পঢ়া শিকিবলৈ যাওঁ; তই থাক দেই! আমি বেগেতে আহিম। মনত একো বেজাৰ অসন্তোষ নকৰিবি।

চঞ্চ।—কলৈ যোৱাঁ সোণাইঁত?

বল।—তোক কেলৈ বুঢ়ী ঘুগুলা?

কৃষ্ণ। দদা, কেলৈ তুমি চঞ্চলাক তেনে নিঠুৰ কথা কলাঁ? তাই আমাক কেনে মৰম কৰে। দেখি! মনত দুখ পালে চাগৈ। ঘৰৰ মানুহ গুণেহে গুণিছে। তাইৰ-নো আমাৰ বাহিৰে কোন আছে? আমাক মোৰ বুলিহে ইমান দিন নিজৰ সন্তানবদৰে মৰম-বেথা কৰি

কোলাত লৈ ডাঙৰ-দীঘল কৰিছে। আমাৰ লগতে তাই মৰিব পাৰে। মই চঞ্চলাক বৰ ভাল পাওঁ। তুমি তাইক একো টান কথা নকবা। দদা! মানুহক কথায় কথায় ডাবি-হুকি দিলে আৰু ইতিকিং কৰিলে বৰ বেয়া পায়।

চঞ্চ।—মোৰ সোণাইৰ নিচিনা জ্ঞানী সংসাৰত কত আছে?

কৃষ্ণ।—চঞ্চলা, আমি ইয়াৰপৰা তিনি মাহৰ বাট গৈ তাত সান্দীপণি মুনিৰ ঘৰত পঢ়িম। তেওঁ বৰ জ্ঞানী মৰমীয়াল পণ্ডিত। আমি তাত সৰহ দিন নেথাকোঁ, বেগেতে ঘূৰি আহিম।

চঞ্চ।—( দৈৱকীক ) আই, ইয়াত আৰু সোণাইঁতক পঢ়াওঁতা পণ্ডিত নোলালনে? আহা! সোণাইক মই নেদেখি কেনেকৈ জীওঁ। সোণাই, মোকো লগতে লৈ যোৱাঁ। মই বেটীয়ে নেদেখিলে কেনেকৈ থাকিম? ( কান্দে )

বল।—এতিয়া নেদেখিলা——সেইহে তেও মই তাইক আশ নিদিওঁ। আমি যাবলৈ বিদায় লৈ ওলালোঁ। বেটী কৰবাৰপৰা আহি এইখন হুকা-বধা কৰিছেহি। গুচ্ পাগলী, ইয়াৰপৰা অফলিয়া হ'। মুখৰ থুংদি চকু টুকি সাদৰখন চেলাই দেখুৱাব নেলাগে।

কৃষ্ণ।—দদা, তোমাৰ এনে উগ্ৰ স্বভাৱ ৰথা নিতান্ত অন্যায়। তাই আমাক ভাল পায়, সেইগুণেহে যাবলৈ ওলোৱা দেখি মনত বেজাৰ কৰিছে। মায়াৰ জগতত তাই আমাৰ মায়াত পৰি মনত শোক পাইছে। তুমি চঞ্চলাৰ নিচিনা মৰমীয়ালকে প্ৰেমিক বুলি ধৰিবা। এনে প্ৰেমিক জগতত পোৱা বৰ টান। যি সকলোকে

চঞ্চলাৰ চকুৰে চাই মৰম কৰিব পাৰে, সেয়ে আচল প্ৰেমিক। মোৰ চঞ্চলা আপোন,ময়ো চঞ্চলাৰ আপোন। (চঞ্চলাক) তই মনত বেজাৰ নকৰিবি দেই। আমি আকৌ ঘূৰি আহিম। বলাই দদাই তোক সেইদৰে ধেমালি কৰে। মোৰ শপত চঞ্চলা! বেয়া নেপাবি, পেটৰ পোৱালিয়ে জগৰ লগালে মাকে জানো ধৰে? আমি তোৰ ঋণ পৰিশোধ কৰিব নোৱাৰোঁ। তোৰ নিস্বাৰ্থ চেনেহৰ মূল্য নাই।

চঞ্চ।— মোৰ সোণাইহঁত! তোমালোকে মোক নকৈ, কৰা কাক? জুইয়ে পোৰে, পানীয়ে চেঁচা কৰে। দুয়ো উপকাৰী। জুই নহলেও নহয়, পানী নহলেও নহয়। জুই আৰু পানী দুইৰো মিল হলে মহা পৰাক্ৰম হয়। সংসাৰত উগ্ৰ আৰু শান্ত এই গুণ দুটি নহলে সংসাৰ থাকিব নোৱাৰে। মই উগ্ৰ আৰু শান্তি গুণ দুটি তোমালোক দুইতো পাই যে, কিমান সুখী তাক কৈ অন্ত কৰিব নোৱাৰোঁ। মইনাইঁত তোমালোক দুটিক দেখিলে মই আনন্দ সাগৰত বুৰি থাকোঁ। এতিয়া যে কেদিনমানলৈ চকুৰ আঁৰ হবাহক তাকনো সহিব পাৰিমনে? তোমালোকৰ পদসেৱা কৰিবলৈকে যেন জন্ম-জন্মান্তৰে এইদৰে দাসী-জন্ম পাওঁ।

চঞ্চলা, তোৰ অচলা ভক্তি আৰু অসীম প্ৰেম। তোৰ মৰমত মই পমি আছোঁ। এতিয়া তই মোক বিদায় দে। তই বিদায় নিদিলে চাচোন মই কেনেকৈ যাওঁ?

মই সাদৰি, তোমাক যোৱাঁ বুলি কব নোৱাৰোঁ। তোমাক নেদেখি মই কেনেকৈ থাকিম? ইমান দূৰত থকা

সহিব নোৱাৰোঁ। মই দিনে চাই থাকিবলৈ পাব লাগে। তোমাক নেদেখিলে মোৰ পেটত ভাত জিৰ্ণ নেযাব।

কৃষ্ণ। তই মোক দিনে দেখা পাবি। চকু মুদিও অন্তৰত দেখা পাবি। যি যাক বাঞ্ছে, সি তাক অনায়াসে পায়।

চঞ্চ।—মই যেতিয়াই চাম তেতিয়াই দেখা দিব লাগিব। বাৰু, যোৱাঁ।

বল।—অ ঘুগুলি ময়ো যাওঁ। মোকতো তই ভালকে নেপাৱ। পাকিবি দেই। ( দুইৰো প্ৰস্থান )

চঞ্চ।—ভাল পাওঁ বা নেপাওঁ তোমাক কেলৈ? মোৰ হিয়াৰ কথা হিয়াৰ ভিতৰত সোমাই চাব পৰা জনেহে জানে। যোৱাঁ, মোৰ সোণাইঁত।

গীত।—

চঞ্চ।—দিবাঁ দৰশন প্ৰভু, দিবাঁ দৰশন,
চাওঁ যদি মেলি মই হৃদয়-দাপোন।
পাৰাহীন কাচপ্ৰায়, অকামিলা হিয়া হায়,
তাতো ভৰি পাপ-ছাই, আছে অগণন।
নকৰিলে নিজ গুণে, নিকা তাক কৰে কোনে?
তাৰোঁতা তোমাৰ বিনে, নাই নাৰায়ণ।
পামৰ মূৰুখ মতি, নেজানো ভকতি স্তুতি,
ভৰসা কেৱল দুটি, অভয় চৰণ।

---

## দ্বিতীয় অঙ্ক।



### প্ৰথম দৰ্শন।

অৱন্তী নগৰৰ ৰাজ-আলি।

---

#### উপম ও চেনিমাই।

চেনি। হঁয়, এতিয়ান যাওঁ উঠ।

উপ। বহঁচোন হয়। আমৰ এতিয়ান ভাত সাৰৰ পৰেকে হোৱা নাই তোৰ চকু ফুটিল, দেখা নাইনে? এই ঘামগসা অলপ ছাঁতে জিৰাই ভাৰ পেলোৱান গো ইচ্ছা হয়।

চেনি —চিকণ নাম পানী আনোতে ওলাল যোগ। এনে এজাৰ কৰৱী জনা ওলালি হঁয়, অকণমান পাচিৰ বোজা-টোকে নিবেগে নোৱাৰ।

উপ মোৰ লগত এনেসন ভেকচালি নকৰিবি হঁয়, তোৰ দৰে বাৰে-পৈয়াতা নহওঁ। চুপতি কৰিলে গালি সাবি।

চেনি। কিহৰ খলনি গালি সাম হঁয়? গাবেলে শুণালেও জগৰ লাগে। নেযালে থাক হঁয়, অকলৈ যাম, আমৰ ভাত সাৰৰ বেলি হল।

( বেহেলা বজাই গীত গাই নালিযাৰ প্ৰবেশ )

গীত।—

নালি।—হৰি পদ চিন্তা কৰ, হেৰ মূঢ় মন।
হৰি পদ চিন্তা বিনে বিফল জীৱন॥
দুৰ্লভ মনুষ্য তনু, লভিছ কথম্পি পুনু,
হেৰালে নেপাৱ আৰু যাব অকাৰণ।
হৰিৰ পদকে নিতে, চিন্তা কৰ শুদ্ধ চিতে,
হৰিহে সবাৰো গতি জীৱনে মৰণ।
দিনে ৰাতি চিন্তা কৰ শ্ৰীহৰি চৰণ॥

পোহাৰী বাইহঁত ঔ! মোৰ গান শুনিলি নহয়, এতিয়া মোক কি আছে দে খাওঁ। নহও বাহ, বৰ দেখিবলৈ ভাল অ'। পাচিত কি আছে চাওঁ?

চেনি।—কৰপেৰা আছিলা, কত দিলা ভৰি, চোতালসন ...টি গল চেট্ চেট্ কৰি। দে হঁয়, পৈয়েৰে সাবেগে গুণা-ভক্তে নিদিয় কেলৈ?

উপ। হঁযে দিবৰ মন যায দে, নিদিবৰ মন যায় নিদিবি। মোক কেলৈ বোবাই দিছ হঁস? তোৰ কে মাৰৰ পৈয়েক বাপেৰ।

নালি।—হঁহঁত দুই জনী মোৰ আই হয়হঁত। তহঁতে মিছাকৈ কেলৈ দন্দ পাতিছ। তহঁত দুয়ো মোৰ আপোন। মই মগনীয়া বুঢ়া, মোৰ সকলো আই-বোপাই। তহঁতে বাইহঁত যতন নকৰিলে কোনে কৰিব?

উপ। বুঢ়া, তোৰ গীতটো শুনি মই বৰ ভাল পালোঁ। আৰু

এটা গাচোন বাক। মোৰ বোজাত কল, টেঙা, তিঙহ, কিবা-কিবি বহুত আছে দিম। ভাল চাই এটা গা।

চেনি—হঁয়ে, পৈয়েৰৰ গাধৰ ডিঙিৰ খখটো বজাই ছেও কৰট সন টানি আমক খুনাব নেলাগে। আমি গধুৰ পাই বোজা পাতল কৰিবেলে শুণোৱা নাই। তই নিবেলে নোৱাৰি পৈয়েৰক বিলাব শুণাইছ বিলা। আমক দিবেলে নকৰি হঁয়।

নালি।—বাইহঁত, তইতক দেখিবলৈ বৰ সুন্দৰী দেখিছোঁ। তহঁত বৰ প্ৰেমিকা যেন লাগিছে। প্ৰেমৰ গীত গাম নে?

চেনি।—পৈয়েৰে প্ৰেম বিচাৰিছে, দে এতিয়ান হঁয়। অ বুঢ়া ককাই, মই এটা গামনে? মই বনঘোৰা হলে বহুত গাবেলে জানো, পিছেন এতিয়ান বনঘোৰা গোৱাৰ থময় নহয়।

নালি।—গোৱা ৰূপহী, জগতত প্ৰেমৰ বাহিৰে একো নাই। যেনিয়ে চাবা তেনিয়ে প্ৰেম। গোৱা মোৰ লাগৰা! বনঘোৰাকে এটি গোৱা।

গীত।—

চে।—নহলে ডেকা লৰা, গাভৰু কি এনেই ভুলে?
প্ৰেম কৰা নহয় খিলা, মন প্ৰাণ নমজিলে;
গাভৰুৰ মন জানো, বুঢ়াৰে মিলালে মিলে?
গাভৰু ডেকাই যেনে সোণত সুহগা দিলে।

নালি।—অতি মধুৰ! অতি মধুৰ! বেছ পালোঁ, আৰু এটি গোৱাঁ হে প্ৰেম ৰাণী!

চেনি।—আমি তোমাৰ ৰাণী নহওঁ, এই জনাহে তোমাৰ প্ৰেম ৰাণী, এওঁক গাবলৈ কোৱাঁ।

উপ।—বুঢ়া মানুহক কেলৈ ঠাট্টা-মস্কৰা কৰ হঁয়। দুদিন পিছত আমিও বুঢ়া হম।

নালি।—তুমিয়ে এটি গীত গাই মোৰ প্ৰাণ শীতল কৰাঁ। মই ভেহেলা বজাওঁ তুমি এটি গোৱাঁ। এই মই সুৰ ধৰিলোঁ, তুমি গোৱাঁ দেইবা!

( মনযোগ দি বেহেলা বজায় )

বলৰাম ও কৃষ্ণ আহি বেহেলা শুনি থাকে। )

নালি।—( মুৰ ডাঙি ) তোমালোক কৰপৰা আহিছাঁ বোপাহঁত?

কৃষ্ণ।—আমি বহুত দূৰৰপৰা আহিছোঁ আপ! অৱন্তী নগৰ ইয়াৰপৰা কিমান দূৰ?

নালি।—বেছা দূৰ নাই সোৱা। কাৰ ঘৰলৈ যোৱাঁ?

বল।—আপ! আমি পঢ়িবলৈ আহিছোঁ। সান্দীপনি মুনিৰ পঢ়াশালি তুমি চিনি পোৱাঁনে?

নালি।—ওঁ, পাওঁতো। তেওঁৰ ঘৰৰ আগতে পুজা এডুখৰিলৈ মই থাকোঁ।

কৃষ্ণ।—তুমি কলৈ গৈছিলাঁ আপ?

নালি।—কলৈ যাম বোপাই? নগনীয়া বুঢ়া মাগি ফুৰোঁ। সো গাৱঁত মাগি এই চাউল গাল আনিছোঁ, মুধুকাইমানে ঘৰত বহি খাই হৰি কীৰ্ত্তন কৰি থাকিম।

বল।—তুমি ঘৰলৈ কেতিয়া ওভটিবা?

নালি।—ঘুৰি আহিলোঁ। এতিয়া একেলগে যাওঁ বলা। মই তেওঁৰ ঘৰ দেখুৱাই দিম। তোমালোকে কৰপৰা আহিছা—কাৰ ঘৰৰ ?

কৃষ্ণ।—আপ! মথুৰাৰপৰা আহিছোঁ। আমি বসুদেৱৰ পুত্ৰ। আমাৰ নাম কৃষ্ণ বলৰাম।

নালি।—তোমালোকৰ ঘৰ বহুত দূৰ—কেইদিনে এইখিনি পালাহি ?

কৃষ্ণ।—আজিৰে ৩ দিন হৈছে। পৰ্শু দিনাই ঘৰ এৰিলোঁ।

নালি।—উস্! হৰি। হৰি!! ৩ মাহৰ বাট ৩ দিনে কেনেকৈ আহিলা বোপাহঁত? তোমালোকে পাহৰিছে মথুৰা বুলি কৈছা——মথুৰা বহুত দিনৰ বাট।

বল।—আপ। আমি মিছা কথা কোৱা নাই। মোৰ এই ভাই-টোৱে কিবা ভেলেকি মন্ত্ৰ জানে। ই মোক উকৰাই অনাদি আনিছে।

নালি।—আহা! তোমালোকৰ ৰূপ দেখি মুহিত হৈছোঁ। তোমালোকক কি সতে পিতৃ মাতৃয়ে ইমান দূৰলৈ আহিবলৈ অনুমতি দিলে? ঘৰত বিদায় লৈ অহা নাই হবলা!

কৃষ্ণ।—আপ! পিতৃ মাতৃৰ সমান গুৰু জগতত আন কেওঁ নাই। তেনে গুৰুৰ আদেশ নহলে আমি কিয় আহিম?

বল।—(চেনিমাইক) পোহাৰী বাই, তোৰ পাচিত কিবা খাবলগীয়া বস্তু আছেনে? খোপাকে আজি একো খোৱা নাই; সৰা মানুহ তোকত দুখ পাইছে, কি আছে বে?

চেনি।—মৰৰমত মৰি যাওঁ; খাবলৈ দেখাই আঠুৰ মুখত কেল

দি অবকাৰে মেলাওঁ। আই ঐ! সোণাইটি, চাপি আহঁা চুমা খাওঁ। আমৰ এ সকৰ ঘৰৰ পেলেক কুকুৰা-চোৰাৰ বাগিনীয়েকটো আহিছে ভঁৰে গাঁথীৰে জল-পান এবাটি সুৱাওঁ।

বল।— বাই, তই ইতিকিং কৰিলি? এনেই খোৱা নাই, পয়ছা দিম।

শালি।—বোপাটি, ইহঁত ডুমুনী। ইহঁতৰ লগত চুপতি নকৰিবা সোণাই। মোৰ জোলোঙাতে কোমল চাউল গোটা-দিয়েক আছে, তাকে খোৱাহঁক।

কৃষ্ণ।—তুমি বুঢা মানুহ মাগি আনিছাঁ, তুমি খোৱাঁ। তোমাৰ মুখৰ টোপ্‌টো কাঢি খোৱা অন্যায়।

বল।— বুঢা আপ, তুমি খোৱাঁ। মই ইহঁতৰপৰা কি আছে কিনি লওঁ।

ডুচনি। —আমি বাটত বেছিবেলে অনা নাই। হাটতহে বেছিম ইয়াক নেবেছোঁ।

শালি। —আইটি! বাটকৰা মানুহ তাতে লৰা, ভোকত দুখ পাইছে। চাচোন মুখ খনি শুকাই গৈছে। দেখি মৰম লগা নাইনে? দে আইটি! কি আছে দে বাটতকে পয়চা পাবি—ইয়াত জানো এইবোৰ খোলা কুটি? লাগে দাম সৰহকৈয়ে ল। মযো মাগি দুই অনামান পয়ছা পাইছোঁ, তাকো দিম। বলনামক পয়চা দিবে বৰাঁ বোপা, এইয়া মোৰ হাতত আছে। তোমালোকে খৰচ কৰিব নেলাগে।

কৃষ্ণ। আপ! মোৰ ভোক লগা নাই। লগত সামাই কিবা কিবি কিনি খাম। দিব নোলোকে নেলাগে।

নাপি।—( কলকেটামান দি ) মোৰ শপত বোপা, এই কল কেটাকে খোৱাইক।' আই ঐ দেহি! তোকত মুখ শুকাই গৈছে!

কৃষ্ণ।—তুমি মাগি আনিছা, তোমাৰ ই বহুমূলীয়া বস্তু। ইয়াক খাবলৈ মন নেযায়। তুমি খোৱা আপ!

নাপি।—মই মাগি অনা বুলি ঘিণ নকৰিবা বোপা! তোমালোক অতিথি সাক্ষাৎ ঈশ্বৰ। তোমালোকক খুৱালে মই পৰম তৃপ্তি লভিম। নেখালে মই বৰ বেজাৰ পাম

কৃষ্ণ।—তুমি পৰম বৈষ্ণৱ! ( বলৰামক ) আইা দদা, বৈষ্ণৱৰ ইচ্ছা পূৰ্ণ হক। সকলোৱে ভাগ কৰি খাওঁ। ( আতা-ইবোৰে ভাগ কৰি খায় )।

উপ।—পৰভু! মই তোমাক চিনি পাইছোঁ। মই মহাপাতকিনী। এই দাথীক এবাৰো একো নুগুনালা। মই তোমাক কি অপৰাধ কৰিলোঁ ঈশ্পৰ! ( শোক )

কৃষ্ণ। – তুমি কিয় বেজাৰ কৰিছা? তুমি একো অপৰাধ কৰা নাই। ( বলৰামক ) দদা, তুমি কিবা জগৰ লগালানে কি?

উপ। পৰভু, মোৰ পাচিত সাবেলে ভাল ফল মূল বহুতো আছিল, তাক এবাৰো নেচালা। এবাৰ ওচৰ চাপি বোজাতনো কি আছে, তাকো সুখুধিলা। মোৰ বোজাটো ঘিণ কৰিহে চকু দিয়া নাই।

কৃষ্ণ। তোমাৰ বেছিবলগীয়া বস্তু নষ্ট কৰিবৰ মন নাই। বাক, এইয়া চুই দিলোঁ, এতিয়া যোৱা।

উপ। – ( পাচিটো আগতে থৈ মেলি চাই, হীৰা মুক্তাদি হোৱা দেখি আচৰিত হৈ ) পৰভু! তোমাৰ মহিমাৰ

ধীমা নাই। দাখীক কেলৈ ইমান কাকতি কৰিছা? মই সীৰা মুকুতা লৈ কি কৰিম? মোৰ বোজাটো চুই এইতোৰ অমূল্য ৰতন কৰিলেও বেটীৰ মনত ৰং নেলাগে। মোৰ আগৰ বস্তু হক; তাকে সেপাহ পেলুৱাই সাই তুমি তৃপ্তি লভিলেই দাখীয়ে তৰেঁ। পৰভু, দাখীক ছল নকৰি অভিষ্ট পূৰণ কৰাঁ। মই চুলি ছিঙি কাতৰ কৰি মাতিছোঁ।

কৃষ্ণ—তোমাক ভালকৈ চিনি পাইছোঁ। (বলদাক) দদা, আহাঁ, সতীৰ নিবেদিত দ্ৰব্য গ্ৰহণ কৰি সুখ হওঁ।

(সকলোৱে ফল মূল ভগিয়াই খায়)

গীত—।

উপ।—তৰিলোঁ বেটীয়ে প্ৰভু, তয়ূ দয়া পাই,
তোমাৰ দয়াৰ হৰি, আদি অন্ত নাই।
তোমাৰ পদতে মতি, থাকে যেন দিনে ৰাতি,
তোমাৰ চৰণ ভাবি, দিন যেন যাই।
তোমাৰ প্ৰেমতে পৰি, তোমাৰ চৰণ ধৰি,
থাকোঁ যেন মহা ৰঙে, ভক্তি-মধু খাই।

বল।—গতিয়া আমি যাওঁ। ভইতে থাকিবিইক। (নাতিযাক)

আপ। উঠা।

কৃষ্ণ।—কল্যাণি, তুমি ৰংমনেৰে বিদায় দিয়াঁ, আমি মুনিৰ ঘৰলৈ যাওঁ।

উপ।—দয়াময় দাখীয়ে তোমাৰ দয়া পাই পবিত্ৰ ভাব কৰিছো। বাৰেওটি কাল যেন শ্ৰীচৰণত মোৰ মতি থাকে।

( সেৱা কৰে )

( নাগিয়া, বলৰাম ও কৃষ্ণ প্ৰস্থান )

চেনি।—হঁয়ে, এই লৰা দুটাক চিনি পাৱনে কি হঁয়?

উপ।—মইহে নেলাগে থংথাৰৰ আতাইমসাই চিনি পায়।

চেনি।—লৰা দুটা দেখিবলৈ বৰ চিকুণ। এটা বৰ বগা, এটা আকৌ কলা। কলা লৰাটো বৰ টেঙৰ। মই সাৰলৈ সোজাতো নিদি বৰ বেয়া কাম কৰিলোঁ নহয় নে হঁয়? তই উপবাচি দিবেলে দেখি মই বিচক্তি হলোঁ। বুঢ়াৰ কলকিটাও ভগাই নিদিলেমানে নেসালে। মই কলটো সাৰৰপৰা মনটো বৰ পাতল লাগিছে হঁয়। আজি মোৰ মনত বৰ বং ও বৰ উলাহ লাগিছে হঁয়।

উপ।—জগতৰ গুৰুক চকুৰে দেসিলি ইয়াতকৈনো ভাইগ কি আছে হঁয়। মুনিৰ ঘৰত গৈ আমি নিতে চাম্‌গৈ। এতিয়ান যাও উঠ।

চেনি। -মোকো লৈ যাবি হঁয়! অকলৈ নেযাবি। মোৰ আজি বৰ অনিয়াই হল; বেয়া লাগিছে হঁয়।

( দুইবো প্ৰস্থান )

---

# দ্বিতীয় দৰ্শন।

## সান্দীপণিৰ পঢ়াশালি।

### কিছুমান ছাত্ৰ-ও সান্দীপণি।

---

সান্দী।—তহঁতে সেইথন কি পুলুণ্ডা-পুলুণ্ডি কৰিছহঁত অ? মনদি নপঢ়হঁত কিয়? প্ৰথবা লোকাৰ কোবত টিকা ফাটিব আকা!

১ম ছাঃ।—দেউ! মোৰ টীকাটো কোনবাই চুৰ কৰিলে।

সান্দা।—কি টীকা অ'?

২য় ছাঃ।—মিছা কথা দেউ! সি থপিয়াই চকচোন পায়নে নেপায়। তাৰ টিকা তাৰ লগতে আছে।

৩য় ছাঃ।—(টিকাটো থপিয়াই) মোৰটো হলে ভাই, মোৰ লগতে আছে।

সান্দী।—হেৰ কোনে নিছ তাৰ টীকাটো উলিয়াই দে।

২য় ছাঃ।—সি দেউ, বৰ নিধক আৰু মিছলীয়া। তাৰ কথা শুনিলে আমাৰ কাণে আহৰি।

সান্দী।—কটা তয়ে নিছ। দে, ভালে ভালে উলিয়াই দে।

১ম ছাঃ।—হয়, দেউ! সিয়ে নিব পায়।

সান্দা।—এৰা, সিয়ে নিছে। সি নিনিলে ইমানকৈ উত্তৰ কাটিব কিয়? দে হেৰ উলিয়াই দে।

২য় ছাঃ।—(নিজৰ টিকাটো উলিয়াই) চা, এইটো জানো তোৰ টিকা? মোৰ টিকাটো কেনৈ? তোৰটো চপৰিয়াই চাচোন বাজেনে নেবাজে?

১ম ছাঃ।—দেউ, এইপিনে চকচোন, ই যেখোন কিবাটোহে দেখুৱায়।

সান্দী।—হেৰ নিধক! তোৰ পিঠি খজুৱাইছে হবলা। তাৰ টীকাটো উলিয়াই নিদি, কি খেমালি কৰিছ?

২য় ছাঃ।—(টিকাটো দেখুৱাই) চকচোন দেউ, এইটো তাৰ নে মোৰ। তাৰটো কাপোৰেৰে ঢাকি থৈ মোৰটো খুজিব পায়নে বাক? চুৰিয়াখন ডাঙি চক; নেপাই যদি মই দায়ী।

সান্দী।—ই কট্টা গজ মূৰ্খ। হেৰ সিদিনা সি লিখি লোৱা শ্লোকৰ টীকা-কৰা বহিখনৰ কথাহে কৈছে। এই গৰুবোৰ লৈ ভাল আহুকাল পাব লগা হল।

২য় ছাঃ।---আমি ফলা ব্যাবেমতৰা নামখৰি অ্ভা শ্ৰেণীত পঢ়ি টীকা খনৰে কি কৰিম? অইনেহে লৈছে। তেন্তে অৰ্থ ৰকি টীকাৰ কথা দেউ, আমি হলে ভু নেপাওঁ।

১ম ছাঃ।—দেউঁ, ই বৰ দুষ্ট।

২য় ছাঃ।—তোৰ মুখতে কুষ্ঠ।

সান্দী।—হেৰ নপঢ়ইত কিয়?

৪র্থ ছাঃ।--ক খ গ ঘ ঙ।

২য় ছাঃ।—লৰমাৰি মোৰ......গুঙ। দেউ, ই মোক কিবা গুঙ গুঙ কৰি আছে।

৪র্থ ছাঃ।—ইহ্ হয়, সিয়ে গালি পাবে, আকৌ সিয়ে গোচৰ কৰে। বাটত সোচ কৰি চকু পকাই থবে।

৩য় ছাঃ।—তইঁতে মোৰদৰে ভলনৈ মুকৈ মনে মনে পঢ়ি থাকিব নোৱাৰ—তইঁতক কিহে পালে?

২য় ছাঃ।—তোক চামুনে পালে।

৩য় ছাঃ।—দেউ, দেখিলেনে ? ই ঘৰ লাঠুৱা।

২য় ছাঃ।—দেউ, মোৰ গাত জগৰ নাই ; মোক জোকাই আছে, এতিয়া পায়হে লাগে।

( বলৰাম ও কৃষ্ণ প্ৰবেশ )

কৃষ্ণ।—গুৰুদেৱ, শ্ৰীচৰণত দাসহঁতে সেৱা কৰিছোঁ। ( সেৱা )

সান্দী।—ঈশ্বৰে কল্যাণ কৰক। তাতে বুহা বোপাহঁত ! তোমালোকক মই চিনি পাও যেন লাগিছে।

কৃষ্ণ।—হয় প্ৰভু, চিনি পাব পাৰে। আমি মথুৰাৰপৰা আপোনাৰ ওচৰত লিখা পঢ়া বিদ্যা শিকিবলৈ আহিছোঁ। আমি দুইটি ককাই-ভাই বসুদেৱৰ পুত্ৰ। মোৰ নাম কৃষ্ণ এওঁৰ নাম বলৰাম। আপুনি জগত বিখ্যাত পণ্ডিত। কৃপা কৰি আমাক এতিয়া শিক্ষা দিয়ক।

সান্দী।—ঠিক কথা, মোৰ মনত পৰিছে। মই বৰ ভাগ্যবান। আজি মোৰ আনন্দৰ পাৰ নাই। ৰামায়ণত পাইছোঁ, বৈকুণ্ঠেশ্বৰ নাৰায়ণে ৰামৰূপে বিশ্বামিত্ৰ মুনিক গুৰু লৈ বিদ্যা শিক্ষা কৰিলে। সেইদৰে ময়ো তোমালোকৰ গুৰু হৈ শিক্ষা দিম—ইয়াতকৈ কি সুখৰ কথা আছে ? আহা ! তোমালোকে বাটত আহোঁতে বৰ কষ্ট পাই আহিছা। ঘৰলৈ বলা ক্লান্তি দূৰ কৰাহঁত গৈ। ( ছাত্ৰসকলক ) আজি বিদায় দিছোঁ, যাহঁক। কাইলৈ ঠিক সময়তে আহিবিহঁক। নাহি পলম কৰিলে, সোকাৰ কোবত পিঠিৰ চাল ছিগিব আকা।

( গিৰ্ গিৰ্ কৈ ছাত্ৰবোৰ লৰমাৰে )

( পুৰন্দৰ প্ৰবেশ )

পুৰ। দেউ, আয়ে ভাত বান্ধি থৈ আছে। পলম হোৱা

দেখি মোক মাতিবলৈ পঠিয়াই দিছে।

সান্দী।—মই যাওঁ বাক, তই বোপাই আগধাৰ গৈ বামুণীক কগৈ বুলি আজি দুজন নতুন শিষ্য অতিথি, স্বয়ং বৈকুণ্ঠৰ ঈশ্বৰ দুই অংশে ভগা বহা পৱিত্ৰ কৰিবলৈ আহিছে।

পুৰ।—ভাল প্ৰভু, এইদণ্ডেই কওঁগৈ। (প্ৰস্থান)

সান্দী।—বোপাইঁত।—তোমালোকে দেউতাৰক শুধি-মেলি অনুমতি লৈ আহিছা—ন হয় নে?

কৃষ্ণ।—গুৰুদেউ! পিতৃ মাতৃৰপৰা সংসাৰ দেখিছোঁ; পিতৃ-মাতৃ মহা গুৰুৰ অনুমতি নোলোৱাকৈ কিয় আহিম?

সান্দী।—এৰা; যি ধান বাঢে দুপাততে চিন। এতিয়া উঠাহঁক যাওঁ। (সান্দীপণি কৃষ্ণ বলৰাম প্ৰস্থান)

---

# তৃতীয় দৰ্শন।

## সান্দীপণিৰ ঘৰ।

### সান্দীপণিৰ ঘৈণীয়েক

—০—

সাঃ ঘৈঃ।– আজি দেউৰ ইমান পলম হৈছে কিয়? আনকাল দেখোন ইমান দেৰি নহয়। বুঢা বামুণ দেহি। ভোকত চাগৈ লাল-কাল হল। দেহে দুখ পালে মোৰ মনত বৰ দুখ পাওঁ, আকৌ ৰং পালে মোৰ মনত আনন্দৰ সীমা নেথাকে। চিৰকাল সমান ভাবে যাব লাগিছে। এতিয়া আকৌ লাহে লাহে বুঢী হৈ আহিছোঁমানে মনৰ ভাবো ঘণ হৈছে আহিবলৈ ধৰিছে। আমি দুয়ো দেহাত হে বিভগ আত্মাত এক। ইয়াকে দাম্পত্যপ্ৰণয় বোলে। মানৱ সমাজত থাকি এই প্ৰণয় নভিলে হে আচল সংসাৰী আৰু এয়ে স্বৰ্গীয় প্ৰণয়। দুইৰো মন, দুইৰো আত্মা, দুইৰো ভাব, পৰমেশ্বৰে বান্ধি এক কৰি নথলে এনে প্ৰণয় নসম্ভৱে। তেওঁ ভোকত দুখ পাইছে গুণে মোৰ মন চাট-ফুট কৰিছে। আমাক সকলো প্ৰকাৰে ঈশ্বৰে সুখ দিছে, কেৱল আগলৈ পিচলৈ চাবলৈহে বাট নথলে। মায়াময়ৰ মায়াৰ অন্ত কেওঁ নেপায়। (বাটৰ ফালে চাই) পুৰন্দৰ অথনিয়েই দেউক মাতি আনিবলৈ গল এতিয়াও আহিব নেপাইনে? সিও গৈ লৰাৰ লগত খেমালিতহে লাগিল গৈ। ধুতি গাৰে মযো আখলৰ চক এৰি যাব নোৱৰা হলোঁ, ভাল কথাটো হল!

( পুৰন্দৰৰ প্ৰৱেশ )

পুৰ ।—আই, যক আকৌ দুজন শিষ্যৰ নিমিত্তে ভাত ৰান্ধকগৈ। এওঁবিলাক হেনো বৈকুণ্ঠৰ ঈশ্বৰ দুভাগ হৈ আপোনাৰ ঘৰ পবিত্ৰ কৰিবলৈ আহিছে।

সাঃ ৰৈঃ ।—দুজন মানুহৰ ভাত আৰু আমাৰ ভাগৰেপৰা নোলাৱনে ? কালৈকে যে, দেৱে তোক কৈ পঠিয়াইছে ? তই নকলি [illegible] সকলোৰে হব আহক বাৰু।

পুৰ। মই আকৌ জানিছো। আপোনাৰ সেই টৌমৰ ম্ৰমান চকটিৰপৰা ভালগাই থাকিলে যে, ওলাই থাকে তাকনো কোনে জানে ?. ( বাহিৰফালে চাই ) সৌৱা লোকে আহি পালেহিয়েই।

( কৃষ্ণ, বলৰাম ও সান্দীপণিৰ প্ৰৱেশ )

সান্দী। বামুণি। আজি আমাৰ পৰম ভাইগ। চোৰাচোৰ নাৰায়ণ দুই অংশে বিভগ হৈ পৃথিবীৰ ভাৰ হৰণ কৰিবলৈ আহি আমাৰ ভগা পজাত পদাৰ্পণ কৰি আমাক কৃতাৰ্থ কৰিছেহি। মই আজি বিষ্ণুৰ গুৰু তুমি গুৰু পত্নী মাতৃস্বৰূপা ইয়াতকৈ কিনা আনন্দৰ বিষয় আছোন ?

সাঃ পঃ। ( দুইবোফালে চাই মধুৰ বচনেৰে ) আহা। আমাৰ আজি মহা আনন্দৰ দিন। স্বয়ং ভগৱান আমাৰ ঘৰত শিষ্য ৰূপে অতিথি। প্ৰভু, আমি নিচেই দুখত আমাৰ কি আছে—কিহেৰে তোমালোকক ভুঞ্জাম ?

কৃষ্ণ। মাতৃ। আপোনাৰ বচনতকৈ সোৱাদ লগা বস্তু নাই। তেনে মধুৰ বচনেৰে আমাক তুষিছে যি স্থলত আমি পৰম তৃপ্ত লভিছোঁ। আমি পিতৃ মাতৃৰ পৰিবৰ্ত্তে পিতৃ

মাতৃ পাইছোঁ। আছে পঞ্চামৃত থাম, নাই লবোগে থাকি বিত্যা শিক্ষা কৰিম। মাতৃ! ভিখহু বুলি দুখ প্ৰকাশ কৰিব নেলাগে। যাৰ হিয়াত চেনেহ আছে, তাক কি লাগিছে?

সাঃ ঘৈঃ।—বোপাইঁত, মোৰ লাহৰিইঁত! উঠা, তোমালোকে ভোকত বৰ দুখ পাইছা। দেউৰ লগত গৈ স্নান পূজা কৰি আহাৰ কৰাগৈইঁক। মই যি আছে তাকে ৰান্ধি থৈছো, বাঢ়ি দিওঁগৈ গুদাই-নিকাই খাই ভোক গুচাই ক্লান্তি দূৰ কৰাহি উঠা।

গীত।—

সাঃ ঘৈঃ।—কিহেৰে পূজিম প্ৰভু! সকলো তোমাৰ,
তোমাৰ গুণকে কৰে জগতে প্ৰচাৰ।
অনাদি অনন্ত তুমি মহিমা অপাৰ,
নিচেই নিচলা আমি কি আছে আমাৰ?
নিজৰ শৰীৰ তাতো নাই অধিকাৰ,
তোমাকে তোমাৰ বস্তু দিওঁ উপহাৰ।

(সকলোৰে প্ৰস্থান)

---

# পট পৰিবৰ্ত্তন।

## সান্দীপনি মুনিৰ পঢ়াশালি।



(ছাত্ৰসকলৰ প্ৰবেশ)

১ম ছাঃ—ভাইহঁত, আজি দেউ আকেমানে আমি খেমালি কৰোঁহঁক আহ।

২য় ছাঃ—এই নিধকৰ কথাত কেও কাণ নিদিবিহঁক। সিদিনা সিয়ে নিজৰ টাকাতো লুকুৱাই থৈ আমাক দেউৰ কতুৱাই মাৰ খুৱাব খুজিছিল।

৩য় ছাঃ চঙৰে কোনো কম নহয়। সকলোৰে মুখ আছে। সি মাৰ খুৱাওঁ বুলি কাৰবাঁক মাৰ খুৱাব পাৰিবনে? ওমলোঁহঁক আহ।

৪থ ছাঃ অলপমান ৰবিহঁক। কলাই-বলাইহঁতো আহক।

১ম ছাঃ—তই কলিয়াক ভাল পাৱ নে—বলাইক ভাল পাৱ কচোন বাক?

২য় ছাঃ—মোকে শুধিছ নে? মই হলে ভাই, কলিয়াক হে ভাল পাওঁ। সি বৰ মৰমিয়াল, তাৰ কথাবোৰ বৰ সোৱাদ।

৩য় ছাঃ—বলাইকো কম বুলিবিহঁক। সিও বৰ খেমেলীয়া কথাবোৰ কব পাৰে। দেখে হলে দুইকো বৰ ভাল পায়।

৪র্থ ছাঃ— অ' সিহঁত আহিবৰপৰা হবলা তোক [illegible] [illegible] নাদৰ খন আৰু নকৰে।

( কৃষ্ণ বলৰাম প্ৰবেশ )

কৃষ্ণ—তোমালোকে কি কৰিছাহঁক ?

১ম ছাঃ—নেদেখিছাঁ ? আমাৰ যি বল তাকে কৰিছোহঁক। ওমলোঁ আহাঁ দেউ আহিছেনে ?

কৃষ্ণ—দেউ জানো অহা নাই ? অথন্তিয়েই আহিল। মই আকৌ পলম হৈছে বুলি মনত শঙ্কা হে কৰিছিলোঁ। তেন্তে কেনিবা যাব পায়, এতিয়া ওলাইহিহে লাগে।

বল—যেতিয়াই আহক লাগে, আমি পঢ়োহঁক ; খেমালি কৰি থকা দেখিলে মেৰে বেয়া পাব।

ম ছাঃ—বগাই, তুমি বাস্তৱিক এটা পুথিৰ পোক। তোমাৰ দৰে আমি ইমান দিন পুথি খাওঁ বুলি ধৰাহলে এক লেখিয়া হলোঁ হেতেন।

বল—পুথি খোৱা মানে তুমি নো কি অৰ্থ কৰিছাঁ ? ফালি ছিৰি পেলোৱাবানে তাৰ যথাৰ্থ অৰ্থবোধ হৃদয়ঙ্গম কৰা ?

৩য় ছাঃ—তুমি কিহকে ভাবাঁ সেয়ে।

৪থ ছাঃ—মই হলে শেহবটো বুলি ভাবিছোঁ।

বল—ঠিক কথা কৈছাঁ। সেইবাবে আই যোপাই এৰি ইমান দূৰত পৰি আছোঁহি। খেমালি কৰিবলৈ আমাৰ তাত জানো লগ নাই ?

কৃষ্ণ—দদা, মানুহৰ জগতত এটা মাথোন শিকিব লগিয়া কাম নহয়। সকলোৱে সকবেপৰা ভাওৰ হয়। সকতে খেমালি নকৰা কেও নাই। সততে যে কেৱল পঢ়িবই লাগে, এনে নহয়। পঢ়িবৰ বেলিকা পঢ়া, খেমালিৰ বেলিকা খেমালি কৰিব লাগে।

১ম ছাঃ—এবা ; কলিয়া যে কোন ? কলিয়াই যেখোন খেমা-
লিও কৰে পঢ়াও পঢ়ে। খেমালিতো আগ, পঢ়াতো
আগ। সেইহে তেওঁ দেৰে বৰ গৰম কৰে।

কৃষ্ণ—ভাইহঁত, এতিয়া খেমালিৰ সময় নহয়। পঢ়া হলে, যাবৰ
সময়ত খেমালি কৰিম। এতিয়া পঢ়োহঁক আহাঁ।

বল—কলিয়া তুমি মিঠা কথাৰে মাহুহক খুব ভুলুৱাব জানা।

( সান্দীপণি মুনিৰ প্ৰবেশ )

সকলোৱে- ( সেৱা )

সাঃপণি বোপাহঁত! তোমালোকে মন দি পঢ়ি থাকাহঁত।
মোৰ এঠাইত এটা কাম আছে তাৰপৰা ঘুৰি আহোঁ।
যাৰ যি পঢ়া শিকিব লাগে, আগৰ পঢ়া দি কৃষ্ণ বলৰামৰ
পৰা নতৈক শুধি লবাহঁক। আজি মোৰ সলনি তেওঁ
বিলাক দুজনকে গুৰু বুলি ভাবি হাই দন্দ নকৰি
আনন্দ মনেৰে পঢ়ি থাকাহঁক।

২য় ছাঃ--ভাল, দেউ! একো চিন্তা নাই ; আপোনাৰ আদেশমতে
আমি পঢ়া পঢ়িমহঁক।

( সান্দীপণিৰ প্ৰস্থান )

১ম ছাঃ—বুঢ়া বামুণ গল, ওমলিবৰ কল। মিলা খেলো আহঁা
ভাই, আক মোক কোনে পায় ?

কৃষ্ণ—আমাক বিশ্বাস কৰি ধৰ্মৰ ওপৰতে নিৰ্ভৰ কৰি যেৱে
গৈছে বি মূলত আজি; বাৰু খেমালি কৰা নিতান্ত
অন্যায়। বিশ্বাস ও ধৰ্ম এই দুটি বৰ ডাঙৰ বস্তু।
সকলোকে হেৰুৱালে পাব পাৰি, ইয়াক হেৰুৱালে

পোৱা নেজায়। গুৰুৰ আদেশ হুৱলিলে—অধৰম হব। তেওঁ বিশ্বাস কৰিছে, আমি তেওঁৰ উপদেশ মতে পঢ়িম। তাকে নকৰিলে বিশ্বাস ঘাটক হম।

( সান্দীপনিৰ ঘৈণীয়েক প্ৰবেশ )

সাঃ ঘৈঃ—বোপাইঁত দেউ কলৈ গল ?

কৃষ্ণ—মাতৃ! দেউৰ আজি ক'ৰবাত এৰ্কোৰ কাম আছিল তাকে কৰিবলৈ গৈছে।

সাঃ ঘৈঃ—ভাল কথাতো হল! আজি আহিবনে নাহে ?

বল—কথাৰ গতিটোলৈ চাই হলে আজি অহা ভৰসা নাই। কিয় শুধিছে—কি হলনো আই ?

সাঃ ঘৈঃ—কি কম ? তোমালোকৰ দ্বাৰা নহয়।

কৃষ্ণ—কিয় নহব ? আমি জানো মানুহ নহওঁ আই ? মানুহৰ দ্বাৰা হোৱা সকলো কাম আমাৰ দ্বাৰা হব।

সাঃ ঘৈঃ—তোমালোকক কবলৈ ভাল নেলাগে। আজি ভাত ৰান্ধিবলৈ শুকান খড়ি এডালিও নাই। অথলি কেচা খৰি ফুৱাই ফুৱাই চকুৰ পানীৰে অন্তকাৰ হলোঁ। সেয়ে ভাবো একো দিহা নকৰিলে।

১ম ছাঃ—কি কথা আছে ? আমি গৈ আনি দিমহঁক।

কৃষ্ণ—তেন্তে উঠাহঁক। আমি মাতৃৰ নিমিত্তে শুকান খড়ি বিচাৰি যাওহঁক।

বল—যাওঁতে সকলো যাব হয়; কিন্তু যি সৰহকৈ আনিব পাৰিব তাক হে শলাগিমহঁক।

কৃষ্ণ—মুখৰ কথা আমাক নেলাগে; কাৰ্য্যত হে চিনাকী দিয়া উচিত।

গীত।—

সকলোৱে—

বলাঁ ভাই যাওঁ আমি, খড়ি আনো গই,
খড়ি আনো গই আমি, খড়ি আনো গই।
'বিচাৰি শুকান খড়ি, আনি সকলোৱে লুৰি,
ঘৰলৈ আহিম ঘূৰি, লৰা লৰি কই।
হই আমি শাৰি শাৰি, বলাঁ যাওঁ লৰ মাৰি,
নহলে হব দেৰি, ঘূৰিম কেনেকই।

( সকলোৱে প্ৰস্থান )

## তৃতীয় অঙ্ক।

# প্ৰথম দৰ্শন।

---

সান্দীপণিৰ ঘৰ।

সান্দীপণি ও ধৈণীয়েক।

—০—

সাঃপণি—ই কি কথা! কালিবেপৰা ইমান পৰলৈ ওভতি অহা নাই! কেনি গৈছে—তুমি কব পাৰঁানে?

সাঃ ধৈঃ—মইনো কি জানো? আতাইকিটাই ভৰকলৈ ওলাই গৈছে। মই খৰি নাই বুলিবলৈহে পালোঁ লোকে ওলালেই।

সাঃপণি—ইস্! লৰা মানুহ কালিবেপৰা লঘোণে-ভোকে চাগৈ দেহি! একেবাৰে চেপেটা লাগিল। থাইকৈ কৃষ্ণ বলৰাম নিচেই সুধীয়া। হায়! হাৰিয়ে ঘননীয়ে চাগৈ কত দুখ পাইছে। সিইঁতক কৰই নেলাগিছিল।

সাঃ ধৈঃ—মোৰ কালি গধূলিবেপৰা গাটো ছাতি-ফুতি কৈ আছে। মই জানিছিলোঁ ওচৰবেপৰা ডাল চেৰেক শুকান খৰি আনি দিব। আজি দুদিনিয়াকৈ হাবিত লঘোণে-ভোগে আহৰি হল দেহি ঐ!

সাঃপণি—কৃষ্ণ বলৰাম দুয়ো পৰম ব্ৰহ্ম নাৰায়ণ, দুই অংশে পৃথিবীত জন্ম লৈছে; তেনে সনাতন পুৰুষক তুমি সামান্য খৰি

আনিবলৈ পঠালোঁ, তাতহে মই বৰ দুখিত হৈছোঁ।
আহা! কত কষ্ট পাইছে চাগৈ!

সাঃ ঘৈঃ—নাথ! মোৰ বৰ অপৰাধ হৈছে। মোৰ আক এই জন্মত নিস্তাৰ নাই। মই বৰ অন্যায় কৰ্ম্ম কৰিলোঁ। যুগ-যুগান্তৰে তপস্যা কৰি ঋষি মুনিসকলে যাৰ পাদ-পদ্ম দেখিবলৈ নেপায়। তেনে প্ৰভু ছাত্ৰৰূপে আমাৰ তপা পজাত আবিৰ্ভাৱ। মই কঙালিনীয়ে হাতত বস্তু পাই যত্ন কৰিব নেজানিলোঁ। (কান্দোন)

সাঃপণি -প্ৰিয়সী, তোমাৰ শোক পৰিহাৰ কৰা। ভগৱানৰ অপাৰ লীলা। মই তেওঁবিলাকক বিচাৰি যাওঁ। তুমি সুস্থিৰ মনেৰে ভিতৰত গৈ আহাৰৰ উপায় কৰা।

সাঃ ঘৈঃ—মোৰ আথালৈ জুই নেজায়। মই বেটীয়ে বৰ অকথা কৰিলোঁ। মোৰ পাপৰ পৰাশ্চিত নাই। মোক কি শনিয়ে লগ ললে, মোৰ প্ৰভুক খড়িৰ কথা কলোঁগৈ। (কান্দোন)

সাঃপণি—তুমি বেজাৰ নকৰিবা। লীলাময়ৰ লীলাৰ মানুহে নেলাগে দেৱতাইও একো অন্ত নেপায়। এতেকে আমাৰ বৃথা শোক কৰা অন্যায়। মই বিচাৰি যাওঁ। তুমি ভিতৰলৈ যোৱা।

(সান্দীপণিৰ প্ৰস্থান)

গীত—।

সাঃঘৈঃ—

নিচিনি তোমাক প্ৰভু! অকাজ কৰিলোঁ মই,
মৰষি দাসীৰ দোষ, গুচোৱা মনৰ ভয়।

তুমি নেতাৰিলে মোক, তাৰে কোনে দয়াময় ?
আজলী তিৰীৰ মতি, সদায় পাপত ৰতি,
কেৱল তুমিহে গতি, জানিছোঁ করুণাময় ।
তযু পাদপদ্মে যেন সদা মোৰ মন ৰয় ।
( সাঃ বৈঃ প্ৰস্থান )

---

# দ্বিতীয় দর্শন ।

---

অৱন্তী নগৰৰ ৰাজ-আলি ।

সকলোৱে থড়ি একো আঁটি আনি বাটতে ৰহে ।

১ম ছাঃ—কলিয়া তুমি ইমানবোৰ বনৰীয়া গুটি কেনেকৈ চিনি পোৱাঁ ? আহা ! খাবলৈ এনে সোৱাদ ! কালিৰেপৰা ভাত খোৱা নাই যেনকে লগা নাই ।

২য় ছাঃ—ভাততকৈ ফল মূলহে খাবলৈ ভাল । মুনি ঋষিসকলে ইয়াক খাই বৰ তৃপ্তি লভে । দেখা নাই ? আমাৰ দেৱে নিতৌ নিয়ে ।

৩য় ছাঃ—দেৱে নিয়ে হয়, এনে ফল নহয় ভাই ! আমাক কালিৰে-পৰা বিমানবোৰ ফল কলিয়াই আনি খুৱালে সিমান-কোৰ দেৱে খক্ ছাবি নামকে কৰ নোৱাৰে ।

৪র্থ ছাঃ—আমি চকুৰ আগতে থাকিলেও নেদেখোঁ, বলায়ে, কলিয়াই দেখোন কোচ ভৰাই আনি দিয়ে ।

বল—তইঁতে সদাই ঘৰৰ বাহিৰ হোৱা নাই। নাদৰ ভেকুলি নাদতে আছইঁত। আমি বোলোঁতে হাবিত সকবেপৰা আক গৰখীয়াৰ লগত সিঙা বজাই বাঁহী বজাই গৰু চৰাই ফুৰিছিলোঁ। আমি কেউপিনে সমান।

কৃষ্ণ—দদা, অহঙ্কাৰ কৰিব নেপায়। কেওঁ মাকৰ পেটতে জানি নাহে। সংসাৰিক বিষয় ক্রমে সংসাৰতে শিকি লয়। এওঁবিলাক বৰ সুখীয়া ঘৰৰ বাহিৰ নোহোৱা বাবে অলপ দুখকে বৰ দুখ বুলি ভাবে।

১ম ছাঃ—কালি যে আমি ধুমুহা বৰষুণত জীয়াই থাকিম, এনে আশাই নাছিল।

২য় ছাঃ—ভাল কৈছ বোপাই! গছৰ ঢোঁড়বপৰা সেই ফেটী সাপটোৱে ফোঁচ কৰোতেই চুলিৰ আগে জীৱ গৈছিল।

১ম ছাঃ এইবাৰ এই সঙ্কতবপৰা আমাক কলায়ে বলায়ে ৮ ৰাখিলে। মই আক কেতিয়াও হাবিলৈ নাহোঁ।

৭৪র্থ ছাঃ তইঁতৰ ফুটনিখন খ বোপাইহঁত! বলাইৰ মুঠা খড়িৰ দৰে কাৰো খড়ি নহয়। মোৰ মুঠাই হওঁতে অইন ৩ কে শকত, তেও বুলি ইহঁত দুটাৰ সমান নহয়।

১ম ছাঃ চৰাইহে সুক হলং গছুত্র বাহঁ। দেখা নাই কালিৰে পৰা ইহঁতৰ কীৰ্ত্তি? ইহঁত নথকা হলে, আজি এই খিনি নেপাওঁহিহঁক।

( সান্দীপণিৰ প্রবেশ )

সাঃপণি—( কৃষ্ণ ও বলৰামক চুমা খাই গাত হাত ফুৰাই আন্ত মৰমেৰে ) মোৰ বোপাইহঁত! তোমালোকে কালিৰে

পৰা কেনৈ ইমান দুখ খাই ফুৰিছিলা ? উঠা, বামুণীয়ে কালিৰেপৰা কান্দি-কাটি ব্যাকুল হৈছে ।

কৃষ্ণ—গুৰুদেৱ, মাতৃয়ে ভাত ৰান্ধোতে বৰ দুখ পায় । ঘৰত খড়ি নাই, যি আছে সিও কেচা । সেইগুণে আমি খড়ি আনিবলৈ গৈ মহা বিপদত পৰিছিলোঁ ।

সাঃপণি—কি বিপদত পৰিছিলা মোৰ সোণাই ?

কৃষ্ণ -কালি আমাক হাবিত পকৰাই পাই বাট হেৰুৱাই হাবিত ঘূৰি ফুৰিছিলোঁ । তোকত আতাইবোৰে কলমলাবলৈ ধৰিলে ; পিছে দদা আৰু মই দুয়ো হাবিত ফল মল বিচাৰি লগৰীয়াসকলৰ প্ৰাণ ৰক্ষা কৰিলোঁ ।

১ম ছাঃ—ধুমুহা বতাহ বৰষুণ আৰু ফেটী সাপৰ কথা নোকোৱা কেনৈ ?

বলঃ—এতিয়া কলেনো কি হব ? গল কথা গুছিল ।

২য় ছাঃ—মোৰ হলে মনত পৰিলে এতিয়াও গাটো জিকাৰি উঠে ।

৩য় ছাঃ—তেতিয়া দেখোন তই মুচকচ খাই আছিলি, এতিয়াও তোৰ বুকু কঁপি নেযায় নে ?

৪ৰ্থ ছাঃ—উস্ ! মই বোলোঁ কিহে পালে ? ফুৰাতে ফুৰোঁ, ঘূৰাতে ঘূৰোঁ, তেও বাট-পোঠ নেপাওঁ ।

সাঃপণি - এতিয়া বলা বোপাহঁত ! মুখ শুকাই আছে, কালিৰে পৰা পেটলৈ কণ এটি যোৱা নাই । উঠাহঁক মোৰ বোপাইহঁত ।

( সকলোৰে প্ৰস্থান )

---

# তৃতীয় দৰ্শন।



## সান্দীপণিৰ চোটাল।

### সান্দীপণিৰ ঘৈণীয়েক।

গাঃ ঘৈঃ—( বিৰস মনেৰে ) মোৰ সমান কাঠুৰী জগতত কেও নাই। মই শুকান খড়িৰ লগত সুখীয়া লৰাইতক আজি তিনি সঞ্জিয়াকৈ লঘোণত মাৰিছোঁ। মোৰ মনত একেবিও মৰম নেলাগিল। সোণবৰণীয়া কোমল আলগুৱা লৰা চাগৈ খাবলৈ নেপাই শুকাই চিৰাছুলা যেন হল। মইনো কি সতে এতিয়াও জীয়াই আছোঁ। সেউ, অথনিয়েই নোখোৱা নোবোঁৱা কৈ সিহঁতকে বিচাবি গল, এতিয়াও ওভতি মোলালহি। দেহি! ওবে ৰাতি ছাটি-ফুটিকৈয়ে নিয়ালে। এতিয়াও চাগৈ সিহঁতকে বিচাবি ফুৰিছে! কালি ধুমুহা বতাহ বৰষুণত বা মোৰ সোণাইহঁতৰ কি বিলাই হল! ( চকুৰ লো টোকে )

( পুৰন্দৰৰ প্ৰবেশ )

পুৰন্দৰ—আই, কি হল? অথনিৰেপৰা এবাৰ ভিতৰলৈ এবাৰ বাহিৰলৈ অহা-যোৱাকৈ আছে কিয়?

গাঃ ঘৈঃ—কি নো কম বোপাই ঐ! লৰাইত কালিয়েই খড়ি বিচাৰিবলৈ গৈ গধূলিও নেপালেহি। সেয়ে মযে হুয়ো ৰাতিয়েই পাইহি বুলি ভাত পানী বান্ধি ওবে ৰাতি

থাপুপৈ থাকোঁতেই গল। নহা দেখি বাতি পুৱাই দেউ উঠি সিহঁতক বিচাৰি গল। এতেখিনি পৰেও দেখোন আহি নেপালেহি। কত বা কাৰ কি গতি হল ভাবি চিন্তি বিচুৰ্ত্তি হৈছোঁ।

পুৰঃ—কি? কালিৰেপৰা যোগাটিহঁত আহি ওলোৱাহি নাই! মোক কালিয়েই মকলে কিয়? ইস্! হৰি, হৰি! লৰা মানুহ বাট-পোঠ চিনি নেপাই কৰবাত হাৰিতে থাকিল চাগৈ। হাৰিতো চাগৈ সিহঁতৰ দুখৰ অন্ত নাই। চাৰাৰাত্তি বতাহ বৰষুণৰ কোবত নো কেনেকৈ আছে?

সাঃ বৈঃ—কেন্তিয়াবা কথা এটাৰৈ পাচিবৰৈ হলে হাততে যোগাই তোকেহে পাওঁ। মই পাগলীয়ে আকৌ কালি পাহৰিলোঁ। ঘনেপতি কথায় কথায় আহুকাল কৰিবলৈকো যোগাই তোক বেয়া লাগে।

পুৰঃ—আই, কিহৰ বেয়া? আমাক নকৈ নো কব কাক? একো আহুকাল নেপাওঁ। (বাটৰ পিনে চাই) সৌৱা-ওলালহিয়েই দেখোন!

(ছাত্ৰসকলৰ প্ৰৱেশ)

সাঃ বৈ—(বং মনেৰে কৃষ্ণ বলৰামৰ গাত হাত ফুৰাই চুমা খায়) আই ঐ! মোৰ লাহৰীহঁতে দেহি! তোকত কালিৰে পৰা লাল-কাল হল।

কৃষ্ণ - আই, আমি একো দুখ পোৱা নাই। আমি কালি সকলোৱে মহাৰঙে ফলাহাৰ কৰিলোঁ।

বল—আই, কলিয়াৰ লগত থাকিলে আমাৰ একো চিন্তা নাই। আমি কলিয়াৰ বহুতে অতি সুখেৰে কাজি বন ফল মূল আহাৰ কৰি পৰম তৃপ্তি লভিলোঁ।

সাঃ ঘৈঃ—সুধীয়া লৰাই দেহি! ভাত খাবলৈ নেপাই গছৰ বনৰীয়া গুটি বিচাৰি খাই তাৰে শলাগ লৈছে। মোৰ সোণাই-হঁত, তহঁতেমো কাহানি এইদৰে হাবিয়ে-বননীয়ে গছৰ গুটি বিচাৰি খাইছিলি?

১ম ছাঃ—আই, নামতহে বনৰীয়া গুটি, হওঁতে তাৰ লগত অমৃতো ৰুজাব নোৱাৰি। জগতত সোৱাদ বস্তু আছে-মানে একো তাৰ সমান মিঠা নহয়। সদাই যেন তাকে খাই থাকিম।

কৃষ্ণ—মাতৃ! আমি আগেয়ে গোকুলত গৰখীয়া লৰাৰ লগত হাবিত গৰু চৰাই ফুৰোঁতে কত যে, বনৰীয়া ফল মূল বিচাৰি আনি খাইছিলোঁ, তাৰ একো সীমা নাই। মই বহুত গুটি চিনি পাওঁ।

বল—আই, কলিয়া বৰ টেঙ্গুৰ, কলিয়াই চিনি নোপোৱা বস্তু হাবিত নাই। আমি হাবিত ফুৰা আগৰেপৰা অভ্যাস আছে। আমি একো দুখ পোৱা নাই। মনত বেজাৰ নকৰিব।

২য় ছাঃ—আই, আমাক পকৱাই নোপোৱা হলে কালিয়েই আহি ঘৰ পালোঁ হেঁতেন। পিছে, পকৱাই পাই বাট হেক-ৱাই অকাই-পকাই হাবিতে বাতি হল। ঈশ্বৰৰ এনে হে মহিমা! কি কম আই? চাই থাকোঁতেই বতাহে বৰষুণে গুন্দোলাই আনি তত হেকৱাই দিলে। এন্ধাৰ

লিশা কতো থাকিবলৈ ঠাই নাই। পিছে, কলিয়াই এজোপা ডাঙৰ গছৰ ঢোঁদত আথাক খুমুৰাই ৰক্ষা কৰিলে।

৩য় ছাঃ—সেই কেটি সাপৰ কথাতো হৰলা এবিলি? উস্! ইমান ডাঙৰ সাপ মই আৰু ইয়াৰ পূৰ্ব্বে কেতিয়াও দেখা নাছিলো; ঈশ্বৰৰ কৃপাত হে মৰা নপৰিলোঁ।

৪র্থ ছাঃ—যি হবৰ হল; এতিয়া ভাবি বেজাৰ বা ভয় কৰিলে কি হব?

বল—আমি গৰু চৰাওঁতে এবাৰ পিয়াহত তাহানিখন এখন যমুনাৰ পানী খাই আভাইবোৰ গৰখীয়া মৰি আছিলোঁ; কলিয়া গৈ যমুনাত নামি বুৰ মাৰি এটা বৰ ভয়ঙ্কৰ সাপৰ ফেনাৰ ওপৰতে উঠি নাচি আছিল। অদ্ভুত সাপে তেজ বুঁতিয়াই তধা-মধা দেখি গল। নাগ পত্নীৰ কান্দোনত গোটেইখন খুলকি লাগিছিল। এতিয়া নো এইটো কি ডাঙৰ সাপ?

১ম ছাঃ—কালি দেখাতোও কম নহয় পাই! ফোঁছ কৈ উঠিছিল।

সাঃ বৈঃ—মোৰ সোণাইহঁত বলাঁ, মই ভাত-পানী বান্ধি থৈছোঁ। গা ধুই আহাঁগৈ, মই ভাত বাঢ়োগৈ।

( সান্দীপণিৰ প্ৰবেশ )

সাঃপণি—ইয়াত থিয় হৈছো কি মেল পাতিছাঁ? ৰবাহঁতৰ মুখ দেখা নাই। যোৱাঁ, বেগেতে গৈ ভাত পানী দি সান্তনা কৰাঁ।। দেহি! মোৰ সোণাইহঁতে বৰ দুখ পালে।

সাঃ বৈঃ—বাৰু, মই ভিতৰলৈ যাওঁ। তোমালোকে যোৱাঁ। বোপাহঁত গা-পা ধুই আহাঁগৈ মই ভাত বাঢ়োগৈ

কালিবেপৰা মোৰ সোণাইহঁতৰ পেটলৈ এটি কণো যোৱা নাই। ( প্ৰস্থান )

সাঃপণি—সকলোৱে আমি নৈত গাধুই আহি আহাৰ কৰোঁ, উঠাহঁক।

গীত।—

কৃষ্ণ বল ও ছাত্ৰবোৰ—

পিতৃ পালোঁ মাতৃ পালোঁ যেনে নিজা ঘৰ,
চোৰাঁচোন কেনেকই কৰিছে সাদৰ।
আইটাৰ সলনি আই, মৰমতে পমি যায়,
দেউতাৰ সলনি দেউ, চেনেহতে লেও-সেও,
গোপৰ সলনি ছাতৰ অতি মৰমৰ।
আমাৰ লগতে চোৰাঁ, খেজাৰতে কেনেকুৱা,
ভাত-পানী নাই খোৱা, শোকত কন্দনামুৱা,
গোটেইখন হোৱা-দোৱা, হল অথন্তৰ।

( সকলোৱে প্ৰস্থান )

## চতুৰ্থ দৰ্শন।

---

### সান্দীপণিৰ ঘৰ।

পণি—( আপোনা-আপুনি ) আহা! মোৰ সমান ভাগ্যৱান কোন আছে? সনাতন পূৰ্ণ ব্ৰহ্ম আহি যাৰ ছাতৰ

হৈছেহি। লাহে লাহে শিকিবলগীয়া সকলো বিস্তাকে শিকিলে। আমাৰ ঘটো প্ৰায় ইমানতে উদংহৈ আছিল। অইনে এবচৰত যিমান শিকিব নোৱাৰে, এওঁবিলাকে এদিনতে তাৰো বেছীহে শিকে। কত লৰা আছি ১০।১২ বচৰেও যি শিকিব পৰা নাই, এওঁ-বিলাকে এই সামান্য দিনৰ ভিতৰতে শিকি আকৌ সিহঁতক শিক্ষা দিছে। এনেস্থলত স্বয়ং ভগৱান নহৈ কোন হব ? যি দিনাৰেপৰা মোৰ ভগা পজাত ভৰি দিছেহি সেই দিনাৰেপৰা মোৰ ঘৰ শান্তি ও লক্ষ্মীৰ আগাৰ হৈ উঠিছে। সিদিনা পঢ়াশালিত দেবৰ্ষি নাৰদ আহি কত স্তুতি প্ৰাৰ্থনা কৰি গৈছে। আহা ! মই মহা সুখী। ভগৱান দয়াময়ে নিজে কৃপা বিতৰণ কৰি মোক কৃতাৰ্থ কৰিছেহি। মই মহা ভাগ্যবান। (কৃষ্ণ বলৰাম আহি সেৱা কৰে) কল্যাণমস্তু। মোৰ লাহৰিহঁত, আজি অসময়ত দেখোন আহিছাঁ, কি হল ? (বহিবলৈ আসন দেখুৱাই) সেই কুশাসণতে বহাহঁক। আজি বিৰস বদন দেখিছোঁ কিয় ? কি হল—কোৱাঁ মোৰ সোণাইহঁত !

কৃষ্ণ—গুৰুদেৱ, গল ৰাতিৰেপৰা মন বৰ ব্যাকুল হৈ উঠিছে। আমি মথুৰা এৰি আহিবৰ আজি ভালেমান দিন হল। নিশা সপ্নত দেখিলোঁ, দৈৱকী মাতৃয়ে আমাক নেদেখি কান্দি-কাটি আউলি-বাউলি হৈছে দেহি ! আমি আজি পীয়ে ঘৰলৈ গুভতি যাম বুলি অঙ্গীকাৰ কৰি আহিছিলোঁ। আমি আৰু ইয়াত পলম কৰিব নোৱাৰা

হলোহঁক। আমি শিকিবলগীয়া প্ৰায় সকলো বিস্তাকে শিকি অন্ত কৰিলোঁ। আপুনি এতিয়া আমাক আনন্দ মনেৰে বিদায় দি বাধিত কৰক।

বল—প্ৰভু, আজি ৰাতি সপোন দেখি সাৰ পাবৰেপৰা কলিয়াই কান্দি-কাটি ব্যাকুল হৈছে। এতেকে আমাক নেৰাখি বিদায় দিয়ক।

( সান্দীপণিৰ ঘৈণীয়েক আহিলত দুয়ো সেৱা কৰে )

সাঃ ঘৈঃ—কুশলে থাকাঁহক। ৰাতি পুৱাই লাহৰিহঁত, মন মাৰি আছাঁ কিয়—কি হল ?

কৃষ্ণ—আই, আমি পিতৃ মাতৃ এৰি আহিবৰ ভালেমান দিন হল। আমাৰ পঢ়া শুনাও প্ৰায় শেষ হল। ঘৰলৈ যাবলৈ বিদায় লবলৈ আহিছোঁ। ৰাতি বেয়া এটা সপোন দেখিলোঁ।

সাঃ ঘৈঃ—কিয় মোৰ সোণাইহঁত ! এনে নিদাৰুণ বাক্য শুনালাঁ ? মই তোমালোকক কি সুতে বিদায় দিম ? ( কান্দি২ ) মোৰ ভাল পাহৰা শোক আজি মনত পৰিল। মই কেনেকৈ তোমালোকক চকুৰ আঁৰ কৰোঁ। মোৰো মধুমঙ্গল নামে এটি অতি চেনেহৰ পুত্ৰ আছিল। মোৰ বোপাই পানীত নাহুৰি ওমলিবলৈ সমুদ্ৰলৈ গৈছিল। সঙ্খ নামে অসুৰ এটাই মোৰ লাহৰিক মাৰি বংশ লোপ কৰিলে। সদাই তাৰ শোকতে আমি জীয়াতে মৰা হৈ আছোঁ। ( কান্দোন )

সাঃপণি—সিদিনা কপিল নাবদ আদি মুনিৰ মুখে তোমালোকৰ কথা শুনিছোঁ, মোৰ সোণাইহঁত, তোমালোক কৰ

পুৰুষ নোহোৱা। আমাৰ দুখৰ কথা কি কম ? তোমা লোক অন্তৰ্যামী সকলো জানাই দেখোন। এই বুঢ়া কালত আমি ও মৰি যোৱা হলে ভালেই আছিল। কেৱল শোক দুখৰ ভাৰ বৰলৈ হে জীয়াই আছোঁ।

( কান্দোন )

কৃষ্ণ—প্ৰভু, শোক পৰিহাৰ কৰক। আপোনালোক দুইকো বেজাৰ কৰা দেখি মনত বৰ দুখ পাইছোঁ। আপোনাৰ পুত্ৰক আমি এতিয়াই গৈ বিচাৰি আনি দিম। মনত একো শঙ্কা নকৰি আনন্দ মনেৰে বহি থক। গুৰুদেৱ, আপোনাসকলৰ ঋণৰপৰা মুক্ত হৱপধা আমাৰ হাতত একো ধন নাই। আমাক দয়া কৰি নিজে মুক্তি নকৰিলে আমাৰ ইয়াৰপৰা ভৰি ডাঙিবৰ শক্তি নাই।

বল—দেউ, আমাৰ কথাত বিশ্বাস কৰি শোক এৰক। আমি আপোনাৰ পুত্ৰ যতে আছে তলৈকে গৈ বিচাৰি আনিম। আপোনাসকলৰ বেজাৰ দেখি আমাৰ মনত বৰ দুখ লাগিছে। গুৰুদেৱ আৰু মাতৃ দেবি! আপোনাসকলে একো চিন্তা নকৰিব।

( কৃষ্ণ বলৰাম সেৱা কৰি উঠে )

কৃষ্ণ—মাতৃ! আমাক পুত্ৰ আনিবলৈ আনন্দ চিত্তে বিদায় দিয়ক। আৰু গুৰুদেৱ! আপুনি মনৰ বেজাৰ এৰি মাতৃ দেবীক সান্ত্বনা কৰক আমি যাওঁক।

( দুইযো প্ৰস্থান )

সাঃপণি—বামুণী, তুমি চিন্তা নকৰিবা। ভগৱানে নিজে তোমাৰ পুত্ৰ বিচাৰি আনিবলৈ গৈছে। এওঁবিলাক সামান্য

পুৰুষ নহয়। আহা! পৰম ব্ৰহ্মক আমি হাতে হাতে পাইছোঁ। আমি বৰ সৌভাগ্যশালী।

সাঃ ধৈঃ—মই নিতান্ত জ্ঞানহীনা নহলেনো মোৰ সুত এনে হব কিয় ? জগতৰ কৰ্ত্তা অনাদি অনন্ত সনাতন পুৰুষক খড়ি আনিবলৈ পঠাম কিয় ?——

গীত—

সাঃ ধৈঃ।—

মোৰ সম পাতকিনী নাই জগতত ;
নাই পৃথিবীত হে নাথ! নাই সংসাৰত'।
নেজানি লগালোঁ হায়, এনেহে ডাঙৰ দায়,
দাসীৰ নিস্তাৰ নাই, এই জনমত।
কৰি অপৰাধ ঘোৰ, অনুতাপ ভুগি মোৰ,
উঠিছে হিয়াত জ্বৰ, হেৰুৱালোঁ তত।

# চতুৰ্থ অঙ্ক।

## প্ৰথম দৰ্শন।

### কৈলাশ পুৰী।

### শিব আৰু গৌৰী।

গৌঃ—প্ৰভু, আজি আপোনাৰ মনটো বৰ অথিৰ যেন দেখিছোঁ কেলৈ ?

শিঃ—প্ৰিয়সি! তুমি এইবোৰৰ কাৰণ শুধি কি অন্ত পাবাঁ ?

গৌঃ—আপুনি নিজেই অনাদি আৰু অনন্ত কাযেই আপোনাৰ মনৰ ভাবো অনাদি আৰু অনন্ত। কৃপা কৰি বুজাই দিলে যদিও সমুদায় বুজিব নোৱাৰোঁ; তথাপি অলপ আভাস পাব পাৰোঁ।

শিঃ—তুমি জানা মই ভকতৰ আজ্ঞাবহ। ভকতৰ দুখত দুখী আৰু ভকতৰ সুখত সুখী।

গৌঃ—দাসীয়ে তাক বেছকৈ জানো। আজিনো কাৰ কি হৈছে ?

শিঃ—বৈকুণ্ঠৰপৰা বিষ্ণু পূৰ্ণ অংশে পৃথিবীৰ ভাৰ হৰণ কৰিবলৈ নৰ দেহত কৃষ্ণ বলৰাম ৰূপে অৱতাৰ ধৰিছে। তেওঁ-বিলাক দুয়ো সান্দীপণি মুনিৰ ঘৰত বিদ্যা শিক্ষা কৰি গুৰুদক্ষিণা দি ঘৰলৈ যাবলৈ বিদায় খোজোঁতে মুনি পত্নী আৰু মুনিয়ে কান্দি-কাটি বিস্তৰ স্তুতি ভক্তি

কৰি পুত্ৰদান মগাঁত, দিবলৈ মান্তি হৈ মোক স্মৰণ কৰি:গৈ সন্ধ্যাসুৰক বধি, এতিয়া যমালয়লৈ গৈছে।

গৌঃ—নাথ, মুনিৰ জানো পুত্ৰ নাই ?

শিঃ—মুনিৰ এটি পুত্ৰ আছিল সাগৰত জলক্ৰীড়া কৰিবলৈ যাওঁতে সন্ধ্যাসুৰে বধ কৰিলে। আজি বাৰ বচৰৰেপৰা যমালয়ত আছে।

গৌঃ—এতিয়া বাৰ বচৰৰ মূৰত তাক কেনেকৈ আনিব—যমে বা দিব কিয় ? প্ৰভু, এনে ডাঙৰ কাম কৰিবলৈ মান্তি হল কিয় ?

শিঃ—তেঁৱো ভক্ত বাঞ্ছা কল্পতৰু। ময়ো তেওঁৰে এক অংশ মাথোন। তেওঁ কৰিব নোৱৰা কাম স্বৰ্গ, মৰ্ত্ত্য, পাতালত নাই। তেওঁ সকলোৰে প্ৰভু। তেওঁ গুৰুদক্ষিণা ৰূপ ঋণৰপৰা মুক্তি হবৰ নিমিত্তে মুনিৰ পুত্ৰক নিশ্চয় আনি দিব।

গৌঃ—তেওঁ যদি সকলোৰে প্ৰভু তেন্তে আপোনাক স্মৰণ কৰিব কিয় ?

শিঃ—প্ৰিয়া, তুমি মোক সাধু প্ৰশ্ন কৰিলা। বুজাওঁ তেন্তে মন দিয়া। পৃথিবীত জীৱ আছেমানে সকলো এক পৰম ব্ৰহ্মৰ অংশৰ বাহিৰে আন একো নহয়। স্বৰ্গ, মৰ্ত্ত্য, পাতাল এই ত্ৰিলোক সত্ব, ৰজ, তম এই তিনি গুণেৰে সৃষ্টি কৰি, সেই অনুসৰি প্ৰত্যেক লোকত জীৱৰ জন্ম দি পৰমেশ্বৰৰ মহিমা ঘোষণা কৰিছে। প্ৰত্যেক লোকত বিধে বিধে কাৰ্য্য বিভগ কৰি একোজনৰ হাতত শাসনৰ ভাৰ দি থৈছে। স্বৰ্গ, মৰ্ত্ত্য, পাতাল

আৰু সত্ত্ব, ৰজ, তম আদি গুণ সহ যত বি পদাৰ্থ আছে সকলো তেওঁৰে অংশ মাথোন। তেওঁৰ অংশ আৰু গুণৰ তাৰতম্য অনুসাৰে উৎকৃষ্ট আৰু নিকৃষ্টাদি বুলি ধৰা যায়। এতিয়া তেওঁ নৰ-দেহ ধাৰণ কৰা বাবে মোক স্মৰণ কৰা আৱশ্যক হৈছে।

গৌঃ—মই জানিছিলোঁ আপোনাকৈ ডাঙৰ দেৱতা নাই। এতিয়া জানিলোঁ বিষ্ণু আপোনাতকৈ ডাঙৰ।

শিঃ—প্ৰাণাধিকে, তুমি অলপ ভুল বুজিছা। ডাঙৰ বা সৰু কোনো নহয়; সকলো সমান। যেতিয়া যি অৱস্থাত যি থাকে সেই অনুসৰি ডাঙৰ সৰু বুলি নিৰ্ণয় কৰা যায়। জুইৰ ফিৰিঙতি এটাক জানো একুৰা ডাঙৰ জুইতকৈ সৰু বুলিব পাৰা? সেই ফিৰিঙতি সময়ত প্ৰকাণ্ড একুৰা জুইৰ অৱস্থালৈ যাব পাৰে। তাকে বুলি ফিৰিঙতিটোক জুই কুৰা বুলি কোৱা নেযায়। এতিয়াও ঠিক তেনে জানিবা। মোক স্মৰণ নকৰি কাৰ্য্য সমাধা কৰিবলৈ টান গতিকে এই সময়ত মোৰ সহায় লৈছে।

গৌঃ—মুঠতে কবলৈ গলে যদি সকলো সমান: তেন্তে পূজনীয় কয় কোন অৱস্থাত?

শিঃ—গুণৰ অংশ যাৰে যাতকৈ বেছী, সেয়ে তাৰ পূজনীয়। সময়ত তুমিও মোৰ পূজনীয়: এই বিষয়ে পিছে তোমাক মই বিস্তাৰিতৰূপে বুজাই কম।

গৌঃ—নাথ, আজি মই আপোনাৰ কথা শুনি বৰ সন্তোষ লভিলোঁ। এতিয়া তেন্তে যমৰো দণ্ড হব নে কি?

শিঃ—কি বাবেনো যমৰ দণ্ড হব ? যম যে স্বয়ং ধৰ্ম্ম।

গৌঃ—মুনিৰ পুত্ৰক যমালয়ত ৰথাৰ বাবে কিয় দণ্ডনীয় নহব ?

শিঃ—যমৰ কাৰ্য্য মৃত্যু সংঘটন। যাৰ যেনে কৰ্ম্ম সেইমতে তাক বিচাৰ কৰি ধৰ্ম্মই ৰাখে। সেই নিমিত্তে যমৰ অপৰাধ কি ?

গৌঃ—মুনিৰ পুত্ৰেই কৰ্ম্ম অনুসাৰে যদি পাপত পৰি আছে, তেন্তে উদ্ধাৰ কৰি অনাৰ উপায় কি ?

শিঃ—বিষ্ণুৰ নাম ভক্তিভাৱে এবাৰ ললে যিমান খিনি পাপ ক্ষয় হয়, সিমানখিনি পাপ পাপীয়ে এযুগতো কৰিব নোৱাৰে। এনেস্থলত নিজ চকুৰে তেওঁক দেখা পালে যে, মহা পাতকীও তৎক্ষণাৎ উদ্ধাৰ হব; তাৰ এক ধনিচ মানো শঙ্কা নাই। এতিয়া যমালয়ৰ পাপীবোৰে তেওঁক দেখি উদ্ধাৰ হৈ যায় বুলিহে মোৰ মন বৰ ব্যাকুল হৈছে।

গৌঃ -তেন্তে প্ৰভু উপায় ?

শিঃ -উপায় যমৰ হাতত। মই চাওঁতে, তেওঁ যোৱা মাত্ৰকে ৰ দিব। যদি যমে সোনকালে বিদায় নিদিয়ে ময়ো যাব লাগিব। এতেকে আহাঁ আমি নিলগৰপৰ চাই থাকোঁ।

( দুইবো প্ৰস্থান )



# দ্বিতীয় দর্শন।

## যমপুৰী।

—০—

চিত্ৰগুপ্ত, দূত ও পাপীসকল।

যঃ—চিত্ৰগুপ্ত! চোৰাঁচোন আজি কাক কাক আনিব লগা হৈছে।

চিঃ—আজি প্ৰায় এক সহস্ৰমান অনা হল।

যঃ—পাপ পুণ্যৰ হিচাব কৰিলানে?

চিঃ—ধৰ্ম্মৰাজ! পাপ পুণ্য অনুসৰি সকলোকে ঠায়ে ঠায়ে ৰখা হৈছে।

যঃ—কিমান থালাছ হল?

চিঃ—খালাছো বহুত হল, পিছে এটাৰ হিচাব হে ঠিক কৰিব পৰা নাই।

যঃ—কেলৈ—নতুন নে পুৰণি কয়দি?

চিঃ—পুৰনি।

যঃ—নাম কি?

চিঃ—মধুমঙ্গল।

যঃ—পিছে কি হল?

চিঃ—হিচাবটো দেখোন একো তত ধৰিব নোৱৰা হলোঁ।

যঃ—কোনে অনা, কি বেমাৰত মৰা?

চিঃ—বেমাৰত মৰা নহয়, সম্বাসুৰে বধ কৰা। বাপেকৰ নাম টো সান্দীপণি।

দূত—হুঁ হয়; সেই বুঢ়া মুনিটো। এবাৰ তাক ভুলতে আনি-বলৈ গৈ বৰ লাজ পাই আহিছোঁ নহয়?

যঃ—কি ভুল হৈছিল অ'?

দূঃ—মহাৰাজ! বুঢ়া সন্দিকইক আনিবলৈ পঠিয়াওঁতে আমি প্ৰথমে সান্দীপণিক ধৰিবলৈ গৈ কেবাদিনো ঘুৰি-পকি আছিলোঁ; পিছে বেঙ্কামুৱা গৈহে কলে বোলে "সান্দী-পণি" নহয় "সন্দিকৈ"। তেহে গৈ আকৌ সন্দিকইক আনিছোঁগৈ।

যঃ—চিত্ৰগুপ্ত, তুমি হিচাবটো তেন্তে ভালকৈ চোৱাঁ। যথে-পতি তেনেকৈ ভুল হলে কৈফেত দিওঁ গা সাৰিবলৈ টান হব আকা। আমালৈ সকলোৱে চকু। পুলিছ আৰু যম ভেটি খোৱাৰ ওজা বুলি প্ৰবাদ আছে নেজানা নে?

( কৃষ্ণ বলৰামৰ প্ৰবেশ দেখি সকলোৱে নম্ৰভাৱে থিয় হয় )

যঃ—( সেৱা কৰি কৰপুটে ) প্ৰভু, কি নিমিত্তে এনে আহিব নলগীয়া ঠাইলৈ হঠাৎ পদাৰ্পণ কৰিছে?

কৃষ্ণ—ধৰ্ম্মৰাজ, মই শঙ্খাসুৰক যে, যমালয়লৈ পঠিয়াইছিলোঁ; সি সান্দীপণি মুনিৰ পুত্ৰক বধ কৰিছিল। এতিয়া মই গুৰু পুত্ৰক নিবলৈ আহিছোঁ।

১ম পাপী—( কৃষ্ণক সেৱা কৰি ) দয়াময়, আজি বহুত দিনৰ মূৰত তেও যমালয় এৰিলোঁ, ধন্য প্ৰভুৰ দয়া। ( প্ৰস্থান )

যঃ—এতিয়াই দূত ধৰি আন। কত আছে বা, বেগেতে আন। চিত্ৰগুপ্ত, দিয়াঁ শীঘ্ৰে দেখুৱাই দিয়াঁ হে। পলম নক-ৰিবা, উঠা।

দূঃ—মহাৰাজ, মোক দেখুৱাব নেলাগে, মই লৈ আহোঁগৈ। মই তাক ভালকৈ চিনি পাওঁ।

( দূতৰ প্ৰস্থান )

২য় পাপী—( কৃষ্ণক সেৱা কৰি ) বৰ ভাগ্য প্ৰভুৰ পাদপদ্ম দৰ্শন কৰি আজি অনেক দিনৰ মূৰত যমৰ যাতনাৰ হাত সাৰিলোঁ। ( প্ৰস্থান )

যঃ—হেৰা, চিত্ৰগুপ্ত! কি চাই আছাঁ—দেখা নাই নে? লাহে ২ আতাইবোৰ যাব। যোৱাঁ, বেগেতে মুনিৰ পিতেকক আনি দিয়াঁ।

চিঃ—ভাল, মহাৰাজ! ( প্ৰস্থান )

৩য় পাপী—( সেৱা কৰি ) উস্! হৰি হৰি! তোমাৰ কৃপাত আজি ব্ৰহ্মহত্যা পাপৰপৰা উদ্ধাৰ হলোঁ।

যঃ—প্ৰভুৰ ইয়াত পলম হলে মোৰ যমালয়ত আৰু এটিও প্ৰাণী নেথাকিব।

কৃষ্ণ—মই মুনিৰ পুত্ৰক লৈ অবিলম্বে প্ৰস্থান কৰিম। মই সকলো কথাকে বেছ জানিছোঁ।

যঃ—মই অধমে প্ৰভুক কি সাধ্যে প্ৰস্থান কৰিবলৈ কব পাৰোঁ? মই বন্দি প্ৰভুৰ দাসানুদাস।

( চিত্ৰগুপ্ত, দূত আৰু মধুমঙ্গলৰ প্ৰবেশ )

চিঃ—( মধুমঙ্গলক আগবঢ়াই ) এইটি মুনিৰ পুত্ৰ প্ৰভু!

কৃষ্ণ—মই তেন্তে আহিলোঁ। তোমালোকৰ কৰ্ত্তব্য কৰ্ম্ম কৰা হঁক। ( মধুমঙ্গলক ) তুমি মোৰ গুৰু পুত্ৰ যিহলতে সহোদৰ সদৃশ হলাঁ। এতিয়া বলা যাওঁ।

( বলৰাম, কৃষ্ণ, মধুমঙ্গলৰ প্ৰস্থান )

চিঃ—মহাৰাজ ! মই নটৈকছিলোঁ—বোলোঁ এটা হিচাবৰ গোলমাল হৈছে।

যঃ—তাকে আগেয়ে ঠিক কৰি থোৱা হলে, অনাহকত এই পাপী কিটা কেনেকৈ তৰি যাব পাৰে ? আজি তিনটা লোকচান হল। এইবাৰৰপৰা হিচাব পূৰ্ব্বেই ঠিক কৰি থবাঁ।

চিঃ—মহাৰাজ, স্বয়ং ভগৱান আহে বুলি নো আকৌ কেনেকৈ জানিম ? ভাল কথা এই বাৰৰপৰা সাৱধান হলোঁ।

যঃ—হওঁতে অহাৰপৰা আমাৰ অনেক উপকাৰহে হল। ভগৱানৰ চৰণ কমল দেখাও মহৎ ভাগ্যৰ কথা।

চিঃ—মহাৰাজ, আজি মোৰ ধাতু উৰিব লগা আৰু।

যঃ—আমাৰ ফালেও তথৈবচ।

---

# তৃতীয় দৰ্শন।

## সান্দীপণিৰ ঘৰ।

সান্দীপণি আৰু সান্দীপণিৰ ঘৈণীয়েক।

সাঃঘৈঃ—কালি আবেলিয়েই গল প্ৰভু, তেওঁ দেখোন এতিয়াও নাহিল।

সাঃপণি—তুমি মনত একো শঙ্কা নকৰিবাঁ। ভগৱান আছে হে

লাগে। তেওঁৰ বাক্যৰ খণ্ডন নাই। মোৰ ওৰেবাতি টোপনি নাই। মনত অপাৰ আনন্দ। আমি আকা-শৰ জোন হাতত পালোঁ।

সাঃঘৈঃ—মোবো সেয়ে দশা। নেজানিছে—চাবাবাতি ভাবনাই-চিন্তাই ছটফট্ কৰিয়েই গল।

( কৃষ্ণ, বলৰাম ও মধুমঙ্গল সোমা কৰেহি )

কৃষ্ণ—এইটি গুৰুদেৱ! আপোনাৰ চেনেহৰ পুত্ৰ। এতিয়া আমি আৰু বিদায় হে হওঁ।

সাঃঘৈঃ—( আনন্দ আৰু বিনয়েৰে কান্দি কান্দি ) প্ৰভু, ভকত বৎসল দয়াময় হৰি! তোমাৰ অনন্ত মহিমা আৰু অপাৰ লীলা আমি কি বুজিম? ( পিতেকক সাবোত মাৰি ধৰি ) মোৰ সোণাই, তোমাৰ চন্দ্ৰ মুখ আজি বাৰ বচৰৰ মূৰত ভগৱন্তে দেখুৱালে।

( চুমা খায় আৰু মৰমত কান্দে )

সাঃপণি—প্ৰভু! তুমি সনাতন পূৰ্ণ ব্ৰহ্ম। তোমাৰ পাদপদ্ম দৰ্শন কৰি আমি চৰিতাৰ্থ হলোঁ। এই অধমক বঞ্চিত হোৱা পুত্ৰ মুখ দেখুৱাই পৃথিবীত জোন বেলি থাকে-মানে কীৰ্ত্তি ৰাখিলাঁ। মই পূৰ্ব্ব জন্মৰ ভাগ্যৰ ফলত হে তোমালোক দুজনৰ গুৰু হবলৈ পালোঁ। মই প্ৰভু ধন্য হলোঁ।

বল—গুৰুদেৱ! আমাক বিদায় দিয়ক। আমি যদি কিবা দক্ষিণা দিব লাগে আজ্ঞা কৰক।

সাঃপণি—প্ৰভু, মোৰ গুৰুদক্ষিণা যথেষ্ট হল। পৃথিবীত এনে

একো ধন নাই যে, তোমালোকে যি বস্তু আনি দিলা তাৰ মূল্য হব পাৰে। যি অপুত্ৰক, তাৰ পিণ্ড লোপ হয়। পিণ্ডৰ অভাৱত নৰকৰপৰা উদ্ধাৰ হব নোৱাৰি অশেষ যাতনা ভোগ কৰে। মোৰো সেই অৱস্থাই হৈছিল। পিছে, দয়াময়ৰ কৃপাত জানিবা বুঢ়া বুঢ়ীয়ে তৰিলোঁ। এই উপকাৰৰ ঋণ পৰিশোধ কৰিবৰ শক্তি নাই। অনাথৰ নাথ, দুৰ্ব্বলৰ বল, তুমি শক্তি নিদিলে আমি শক্তি কত পাম?

কৃষ্ণ—প্ৰভু, অগৌণে আমাক বিদায় দি বাধিত কৰক। আমি যাবলৈ সাজু হৈ আছোঁ।

সাঃপণি—প্ৰভু, অৱন্তীনগৰ আজি হঠাৎ এন্ধাৰ কৰিব খুইছে কিয়—অইন এদিন গলে জানো নহয়? এই দুখীয়াৰ ভগা পজাত আৰু কেদিনমান থাকিলে বৰ সন্তোষ লভোঁ। প্ৰভুক দেখি মনৰ তৃপ্তি ক্ৰমে বৃদ্ধি হৈহে গৈছে। প্ৰভুক বিদায় দিবলৈ মোৰ একোৰূপে মত নেযায়।

সাঃধৈঃ—মোৰ দুখুনীৰ কথা ৰাখি কেদিনমান থাকি যক। প্ৰভু গলেনো আমি কেনেকৈ থাকোঁ?

বল—অনাহক্কত আপোনাসকলে ইমানকৈ ধৰিছে কিয়? গুৰু-দেৱ আৰু মাতৃ আমি আপোনাসকলৰ শিষ্য পুত্ৰ। আমি আপোনাসকলক এৰিব খোজা নাই। আমাৰ পিতৃ-মাতৃ এৰি আহিবৰ আজি দুমাহ হল। তেওঁ-বিলাকে আমাৰ নিমিত্তে ব্যাকুল হৈছে। সেইবাবে হে যাবলৈ ওলাইছোঁ।

কৃষ্ণ—গুৰুদেৱ, আপুনি বহুদৰ্শী, জ্ঞানী আৰু পৰম ধাৰ্ম্মিক মুনি। আপোনাক কবলৈ মোৰ কথা নাই। আপুনি বেছ জানে যে, নিজে অওঁৰাই নিদিলে জ্ঞান চকুৰ আঁতৰ আৰু হিয়াৰ বাহিৰ হোৱা সম্ভৱ নহয়। এনেস্থলত বৃথা মোহত পৰি মনত ইমান শোক কৰাৰ আৱশ্যক নাই। হৃষ্ট চিত্তে বিদায় দিয়ক।

সাঃপণি—মই জানিও নজনা, আৰু বুজিও নুবুজা হৈছোঁ। প্ৰভুৰ মই চৰণাগত। এতেকে অধমৰ ওপৰত সদাই দয়া ৰাখিবা। অৱশ্যে পিতৃ-মাতৃ মহা গুৰু মই মোহত পৰি তোমা-লোকৰ নিচিনা ধনক তেওঁবিলাকৰ হাতৰপৰা হৰণ কৰা নিতান্ত অন্যায় কাৰ্য্য হৈছে। ( পুত্ৰক ) তুমি মোৰ লাহৰি পৰম পিতা অনাথৰ নাথক ভক্তি ভাৱে সেৱা কৰা। তেওঁৰ কৃপাত আজি তুমি আমাক আৰু আমিও তোমাক পাইছোঁহঁক। সকলোৱে মিলি ভগৱানক স্তুতি কৰোঁ আহাঁ। তেওঁক সন্তোষ কৰিবলৈ নামৰ বাহিৰে অইন একো বস্তু নাই।

( সান্দীপণি, সান্দীপণিৰ ঘৈণীয়েক ও মধুমঙ্গলৰ স্তৱ )

---

স্তৱ।—

"মৎস্য কূৰ্ম্ম নৰসিংহ, বামন পৰশুৰাম,
হলিৰাম বৰাহ শ্ৰীৰাম ;
বুদ্ধ কল্কি নামে দশ, আকৃতি ধৰিছা কৃষ্ণ,
তযু পাঁয়ে কৰোহো প্ৰণাম।

একান্ত ভকত সবে, নিৰ্গুণ কৃষ্ণৰ গুণ,
গাবে সদা বসিয়া যথাত ;
বৈকুণ্ঠকো পৰিহৰি, যোগিৰো হৃদয় এৰি,
থাকাঁ হৰি সাক্ষাতে তথাত।
অব্যক্ত ঈশ্বৰ হৰি, কিমতে পূজিব তাঙ্ক,
ব্যাপকত কিবা বিসৰ্জ্জন ;
এতাৱন্ত মূৰ্ত্তিশূন্য, কেনমতে চিন্তিবাহা.
ৰাম বুলি শুদ্ধ কৰা মন।
কৰ্ম্মত বিশ্বাস যাৰ, হিয়াত থাকন্ত হৰি,
অতিশয় দূৰ হোন্ত তাৰ ;
দূৰতো বিদূৰ হোন্ত, অহঙ্কাৰ থাকন্তেয়ো,
সাক্ষাতে কৃষ্ণক পাবে,
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম যাৰ।'

—০—

যবনিকা পতন।

গুৰুদক্ষিণাৰ উপৰঞ্চি।

সংক্ষিপ্ত

# নৰোত্তম চৰিত।

শ্ৰীগঙ্গাৰাম চৌধুৰী,

উলিয়াওঁতা।



ডিব্ৰুগড়।

সংক্ষিপ্ত

# নৰোত্তম চৰিত।

গুৱাহাটীৰ উত্তৰ-পাৰে ধৰ্ম্মপুৰ মৌজাত ১৭৪২ শকত ৺খগেশ্বৰ মজিন্দাৰ-বৰুৱাৰ ঘৰত ৺নৰোত্তম ককা দেউতা জন্ম হৈছিল। পণ্ডিতে সৌৰবণীত থাই নাম নৰোত্তম আৰু মতা নাম নন্দৰাম থলে। সৰুতে তেওঁ বৰ লেটেৰা আছিল। অইন কি, নগৰ নগৰীয়া লৰাই তেওঁক অপৰিস্কাৰ দেখি বৰ ঘিণ কৰিছিল। পৰগণাত চলিত কথাত "ঘিণ"ক "এলাহ" বুলি কয়। ঘিণ লগাক এলাহ লগা বোলে। কোনো মানুহক "ঘিণলগ" বা "ঘিণাই" এনে অৰ্থত নাম দিব লগা হলে "এলেহু" বা "এলেহু" বুলি দিয়ে। সেইবাবে তেওঁৰ অইন এটি "এলেহু" বা "এলেহু" উপলুঙা নাম হৈ ওলাল। ক্ৰমে সেই নামেই মতা নাম হৈ জ্বলি উঠিছিল। যেতিয়া হাতত খলি দিবৰ উপযুক্ত বয়স হল, তেতিয়া তেওঁৰ দেউতাকে ঘৰৰ ওচৰৰ নিজ বংশৰ মানুহ এজনক পঢ়াবলৈ গটাই দিলে। আগেয়ে এতিয়াৰদৰে পঢ়িবৰ সুচল নাছিল। যি পঢ়িব জানে, তাৰে ঘৰতে আত্মাঃবোৰ লৰাক পঢ়িবলৈ পঠিয়াই দিয়ে। ৰাতিপুৱা গধূলি তেৱেঁই পঢ়ায়। আজিকালিৰদৰে শ্লেট-পেঞ্চিল, কাকত-কলম কিতাপাদিৰ ও চলিত নাছিল। বগা মাটিৰে কাঠৰ ফলিত লিখি, পিছত খাগৰিৰ কাপেৰে কল পাতত লিখে আৰু সাঁচিপতীয়া পুথি পঢ়ি, লিখা পঢ়া শিকে। অৱশ্যে নগৰত অলপ উন্নতি হৈছিল; কিন্তু পৰ-

গণাত হলে সম্পূর্ণ চহা অৱস্থাতে মানুহবোৰ আছিল। পূৰ্ব্বে শিক্ষকবো এনে শাস্তি মূৰ্ত্তি নাছিল—পঢ়িব নোৱাৰিলে বা অলপমান জগৰ লগালে লৰাক কঠোৰ শাস্তি দিছিল। শুনিবলৈ পোৱা যায়, কোনো লৰাই পাঠ দিব নোৱাৰিলে শিক্ষকে জহ কালি স্বৰ্ন্ধজমুৱাকৈ থিয় কৰি থয়। জাৰ কালি আকৌ চেঁচা পানীত পেলাই থয়। তদুপৰি মাৰ-কিল যে আছেই। অনেক শিক্ষকে লৰাৰ হতুৱাই সমুদায় বন-বাৰী কৰাই লয়। অনেকৰ হতুৱাই আকৌ মাটী জোথ কৰি দি মূৰেৰে খুণ্ডিয়াই চপৰা ভঙায়। এওঁ সকতে বৰ দুষ্ট আছিল। পঢ়া-শুনাত সমূলি মন নিদিছিল। সদাই বেয়া লগৰীয়া লৈ গছে গছে চৰাই পোৱালি বিচাৰি বা নিলগত সহজে ধৰি আনিব নোৱৰা ঠাইত গৈ ধেমালি কৰি ফুৰিছিল। তেওঁৰ মাক বৰ মৰমীয়াল আছিল। দেউতাকৰ বৰ খং দেখি চেনেহৰ লৰাক মাৰে বুলি ভয় নোপোৱাকৈ লুকুৱাই ভাত-পানী খুৱায়। এদিনাথন ওজাই তেওঁক মৰাত খং উঠি ওজাক নকবলগীয়া বহুত কথা কৈ গালি-সপনি পাৰি গুচি গল। পিছত দেউতাকৰ কাণত পৰিলত, মনত বৰ বেজাৰ লাগি খং উঠি ধৰি আনি বৰ উগ্ৰ শাস্তি কৰিলে। তেওঁক ধৰি নি পুনৰ শিক্ষকক গটাই দি শাস্তি দিবলৈ দিয়াত তেওঁৰ ভাগ্যতো মূৰেৰে চপৰা ভঙা দণ্ডহে পৰিল। তেতিয়া তেওঁৰ বয়স প্ৰায় ১৩।১৪ বছৰ। তেওঁ ভাবি চিন্তি চল চাই যে, তাৰপৰা পলাব আৰু এই জন্মত ধৰিব নোৱাৰিলে।

সম্প্ৰতি ৰেল জাহাজৰ অনুগ্ৰহত কলিকতা ৫।৬ দিনৰ আৰু গুৱাহাটী ২।৩ দিনৰ বাট হৈছে। লাহে লাহে আৰু চমু চাপিবলৈ সৰহ কথা নাই। আসাম-বঙ্গাল-ৰেলওৱে হোৱাত তাৰো সম্ভৱ

হৈছে। পূৰ্ব্বে গুৱাহাটীৰ মানুহ উজনিলৈ অহাৰ কথাকে নেলাগে, যোৰহাট বা গোলাঘাটৰপৰা ৰংপুৰলৈ ( শিৱসাগৰলৈ ) মানুহ আহিলে ঘৰত হাঁহ পাৰ মাৰি দেখা-শুনাকৈ খাই-বৈ বিদায় হৈহে আহিছিল। আগৰ লৰাও আজি-কালিৰ লৰাৰ দৰে টেঙৰ নাছিল। আজি-কালিৰ লৰাই ১২।১৩ বছৰ বয়সত প্ৰবেশিকা মহলা দি কলিকতা বঙাল দেশত পঢ়িবলৈ যায়। আগেয়ে সেই বয়সত লৰাৰ হাতত ফলিহে দিছিল। তেনে অৱস্থাত তেওঁ তেতিয়া পলাই কলৈ গল কেওঁ তত ধৰিব নোৱাৰিলে। যত দূৰ পাৰে দেউতাকে বিচাৰি চালে, কিন্তু কতো একো সম্বেদ উলিয়াব নোৱাৰিলে। দেহি! চেনেহী মাকৰ হেপাহৰ বস্তু, চকুৰ মণি, আঁচলৰ ধন চিৰকাললৈ অগস্ত্য-যাত্ৰা কৰিলে। কান্দি-কাটি ব্যাকুল হল। দিনে দিনে পুত্ৰৰ চিন্তাত পিতৃ-মাতৃ দুইৰো বেজাৰ অসন্তোষ কুলাই পাচিয়ে নধৰা হল। বংশ-পৰিয়াল, ভাই-ককাই, বন্ধু-বান্ধৱ, সকলোৱে বিষাদেৰে দিন নিয়াবলৈ ধৰিলে। লাহে লাহে সময়ৰ লগে লগে সকলোৱে পাহৰিলে; কিন্তু গৰ্ভধাৰিণী মাতৃয়ে এখন্তকো পাহৰিব নোৱাৰিলে। কান্দি কান্দি চকু, ভুকুৱাই ভুকুৱাই বুকু ওখহালে, টোপনি হেৰুৱালে, ভাত-পানী এৰি শৰীৰ ক্ষীণ কৰিলে, আয়ুস ধুকুৱালে, শেহত প্ৰাণ ত্যাগ কৰিলে; তথাপি মৰমৰ পুত্ৰক এবাৰো চকুৰে জন্মলৈ নেদেখিলে।

ইপিনে তেওঁ আহি পৰগণীয়া বেপাৰীৰ নাৱত বেপাৰ কৰিবলৈ লাগিলেহি। লৰাই উগ্ৰ দণ্ডৰ হাত সাৰি ৰক্ষা পৰিলে! যেন ভাবি দেশীয় বেপাৰীৰ লগ লাগি গুৱাহাটিৰপৰা একেবাৰে উজানলৈ উজাই আহিল। পূৰ্ব্বে ৰামদিয়া, শিয়ালকুচিয়া,

পৰগণীয়া বেপাৰীহঁতৰ উজনী দেশ বৰ লাভজনক বেপাৰ ক্ষেত্ৰ আছিল। তেতিয়া ডাঙৰ জাহাজ যদিও চলিছিল, বহুত দিনত তে এবাৰ ঘূৰি যাব পাৰিছিল। কাযেই নাৱৰ বেপাৰৰ বৰ সুবিধা আছিল। এতিয়া ডাক জাহাজ হোৱাত দেশ বিদেশৰ পৰা নানা তৰহৰ ব্যৱসায়ী মানুহ আহি বপুৰাহঁতৰ মূৰত টাঙোন মাৰিলে। সিহঁতৰ নাৱৰ বেপাৰৰূপ ধনৰ গছৰ গুৰিত কুঠাৰ পৰিল। বেপাৰীহঁতৰ লগত তেওঁ কিছুদিন উজানৰ ঠায়ে ঠায়ে ফুৰি-চাকি অলপমান ধন ঘটি নিজে এখনি নাও ললে। সেই নাৱতে তেওঁ অতি দুখেৰে নিজ হাতেও নাও বাই বেপাৰ কৰি ফুৰিবলৈ ধ লে। অনেক শ্ৰম ও যত্নৰ বলত জানিবা অন্তত সৌভাগ্য লক্ষ্মীয়ে চকু মেলি চালে। ক্ৰমে পাছ ছ খন হোলোং নাও লৈ উজানৰ সকলো ঠাইতে নানা তৰহৰ বস্তু-বাহানি লৈ বেহা-বেপাৰ কৰি ফুৰিবলৈ ধৰিলে। গোলাঘাটৰপৰা কপাহ নি গোৱালপাৰাত আৰু তাৰপৰা অন্যান্য বস্তু আনি উজনীত বেচিবলৈ ধৰিলে। যেতিয়া সৌভাগ্য লক্ষ্মীয়ে মিটিকিয়ায়, তেতিয়া কত যে, বন্ধু-বান্ধৱ ওলায় তাৰ কি সীমা আছে? সেই সময়তে গোলাঘাটৰ অনেক ভাল মানুহ চিনা-জনা হয়। তাতে তেওঁ কেবাজনো ভদ্ৰলোকৰ সহায় ও অনেক বন্ধু-বান্ধৱৰ পৰামৰ্শ পাই এখনি দোকান পাতিলে। লাহে লাহে গাঁৱৰ ভিতৰে ভিতৰে বহুত ঠাইতো দোকান পাতিবলৈ ধৰিলে। সেই গাঁৱৰ দোকানবোৰত চাউল আমদানি কৰি ডিব্ৰুগৰলৈ ৰপ্তানী কৰিবলৈ ধৰিলে। এইদৰে সময়ত এজন ভাল অৱস্থাপন্ন বেপাৰী হৈ উঠিল। পৃথিবী কাম ধেনু, যতে কিছুমান দিন থকা যায়, সেয়ে ভাল লাগি উঠে। তেৰো তাত থাকি সকলোৰে চিনা-জনা হৈ ভাল পাই

চিৰস্থায়ীকৈ থাকিবৰ মন কৰিলে। ৺হৰনাথ পৰ্ব্বতীয়া-বৰুৱা সদৰ-আমীন ডাঙৰীয়া, ৺চন্দ্ৰকান্ত বৰুৱা মৌজাদাৰ ডাঙৰীয়া প্ৰভৃতি অনেক ডাঙৰ লোকে তেওঁক বৰ ভাল পাইছিল। তেওঁবিলাকৰ যত্নতে ৺পৰশুৰাম ভূঞাৰ বৰ জনা জীয়েক ৺ৰী কুসুম বুঢ়ী আইৰ লগত পৰিণয় সূত্ৰত আৱদ্ধ হল। সেই সময়ত তেওঁৰ বয়স প্ৰায় ২৭।২৮ বছৰমান হৈছিল। তেওঁৰ লাহে লাহে কেবাটিও সতি-সন্তান হবলৈ ধৰিলে। অকলসৰীয়াকৈ তিৰুতা এৰি ঠায়ে ঠায়ে ঘূৰি-পকি বেপাৰ কৰিবলৈ আহুকাল পাই, নাৱৰ বেপাৰলৈ নিজে নগৈ, অইনৰ গাত ভাৰ দি দোকানৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰিলে। শেহত তেওঁ বেছ বুজিব পাৰিছিল যে, লিখা-পঢ়া নজনা বাবেই তেওঁ নিজে কঠিন শাৰিৰীক শ্ৰম কৰি আহাৰ সংস্থান কৰিব লগাত পৰিছিল। আৰু ইয়াকো জানিছিল যে, লেখা-পঢ়া নজনা বাবেই তেওঁ লাজত ঘৰৰ ফাললৈ মুখ মুঘূৰাই অতি কষ্টেৰে ব্যৱসায় কৰি নিলগত অপৰিচিত হৈ ভাই-ককাই বন্ধু-বান্ধৱ সকলো এৰি কাল কটাব লগাত পৰিছিল। সেই-বাবে তেওঁ অন্যান্য সকলো কামলৈ পিঠি দি, নিজৰ সন্তান কেইটিক বিদ্যা শিক্ষা দিয়াবৰ নিমিত্তে বিশেষ যত্ন ও অৰ্থ ব্যয় কৰিবলৈ কেতিয়াও পিছ ভৰি নহৈছিল। কৰিব কি? সঙ্গ দোষে আৰু পঢ়োৱাবৰ উপযুক্ত ঠাইৰ অভাৱ এই দুই অসুবিধাই তেওঁৰ সেই কামত সিমান আগ বাঢ়িব নিদিছিল। তাতে তেওঁৰ মনত এটা প্ৰধান ভয় আছিল যে, লৰাক যদি বেছী ভক্তি কৰি কঠোৰ শাস্তি দি পঢ়োৱাবলৈ শাসন কৰা যায়, তেন্তে তেওঁৰদৰে মনৰ বেজাৰত দেশত্যাগী হব পাৰে। এই ভাবি সততে মিঠা কথাৰে বঢ়াই-বুজাই লৰাক শিক্ষা দিয়াবৰ

যত্ন কৰিছিল। অইন কি, লৰাক সন্তোষে ৰাখিবৰ অভিপ্ৰায়েৰে যেতিয়াই যি খুজিছিল, অনায়াসে তাকে দিছিল। মৰমৰ বৰ পিতেকে মাক বাপেকৰ আদৰ-সাদৰ পাই আলাসৰ লাকটি হৈ উঠিল। আলাসৰ লাকৰে পিছে কি কৰিলে?—বেয়া লগৰীয়াৰ লগ পাই নানা তৰহৰ বিলাসিতা শিক্ষা পালে। কেনেকৈ ধন খৰচ কৰিব লাগে তাৰ বাট দেখিলে। ক্ৰমে গৈ এজন বৰ "ফুল বাবু" হৈ উঠিল। প্ৰথম যৌৱনৰ সোঁতত পৰি চেতনা হেৰুৱাই নিজৰ স্বভাৱ দূষিত কৰিবলৈ ধৰিলে। কিছুমান দিন জংঘলী আপিছত কাম কৰি, সেই কামো এৰি এখন ডাঙৰ দোকান কৰিলে। দোকানত দিনে দিনে পুঠিমাছৰ-দৰে কেচা ধন চৌ-চোৱাবলৈ ধৰিলে। সংসাৰৰ হেচা নোপোৱা নতুন ডেকাই ধনৰ মোল নেজানি অনেক কু-পথত অপব্যয় কৰিবলৈ ধৰিলে। শেহত দোকান যে উৰিল, অনেক টকা ধাৰ-ঋণ লাগিল। সৌভাগ্য লক্ষ্মী কেতিয়াও এঠাইতে থিৰে নেথাকে। ইপিনে পিতেকে বহুত ধাৰ লগালে, সিপিনে নাও বুৰিল, তাতে আকৌ ঘৰ পুৰি খাস্তাং হৈ গল। মহা বিপদ গ্ৰস্ত হৈ সংসাৰ সমুদ্ৰত অৱলম্বনহীন হৈ বৰ কষ্ট ভুগিলে। কালৰ কি বিপৰীত গতি! হায়! সেই সময়তে চতুৰ্থ আৰু পঞ্চম এই দুটি পুত্ৰ জহনীত পিতৃ মাতৃক কন্দুৱাই সংসাৰ এৰি নেদেখা ৰাজ্যলৈ গল। দুখৰ ওপৰত দুখ, বিপদৰ ওপৰত বিপদ। এনে বিপদৰ সময়ত বৰ জন পিতেক, যাৰ ওপৰত সম্পূৰ্ণ আশা ভৰসা কৰিছিল, তেৱোঁ কেবা জনো মানুহৰপৰা বাপেকৰ নামে খত দি মাটী-বাৰী বন্ধক থৈ, কিছুমান ধন লৈ এদিন ৰাতি কৰবালৈ পলাই গুচি গল। যাওঁতে লগত তৃতীয় ভাইটিক লৈ গল।

এনেই ভাবনা চিন্তাত অস্থিৰ, তাতে ছুটি পুত্ৰৰ পলায়ন। মানুহৰ হৃদয়ে কিমান সহিব পাৰে ? তেওঁৰ পক্ষে সংসাৰ অৰণ্য ও ভয়ানক হৈ উঠিল। অলপ দিনৰ পিছত তৃতীয় পুত্ৰটি গুৱাহাটীত বংশৰ এজনৰ ঘৰত থাকি পঢ়া সম্বাদ পালে ; কিন্তু প্ৰথম জনৰ একো বাতৰি নেপালে। সেই সময়তে দ্বিতীয় জন পুত্ৰই নিজৰ কৰ্ত্তব্য কৰ্ম্ম বুজি যিমান পাৰে শক্তি অনুসৰি সহায় কৰিবলৈ ধৰিলে। কিন্তু কৰিব কি—এখন সৰহীয়া মানুহ থকা ঘৰৰ খৰচাৰ ভাৰ বোৱাত অকলৈ কোমল বয়সীয়া যুবা এজনে কিমান কৃত কাৰ্য্য হব পাৰে ? ডুৰছৰমানৰ মূৰত জানিবা প্ৰথম জনেও ডাক্তৰী পঢ়া খবৰ পালে। গুৱাহাটীত থকা সন্তানটিৰ হঠাৎ বেমাৰ হোৱা বাতৰি পাই শোকাতুৰা বাপেকে অতি শীঘ্ৰে লৰাৰ লগ ধৰিলেগৈ হয়; কিন্তু শোচনীয় অৱস্থা দেখি, তাক ঘৰলৈ আনি তেওঁৰ প্ৰিয়তমা পত্নীক এবাৰ হেপাহ পলুৱাই জন্মলৈ দেখুৱাব পাৰিব যে, তাৰ আশা এৰিব লগাত পৰিল। লৰাই দেউতাকৰ শ্ৰীচৰণত ভক্তিৰে সেৱা জনাই—মনৰ কথা মনতে লৈ—এই সংসাৰৰ লীলা সামৰিলে। এই পুত্ৰ শোকে তেওঁক বেজাৰে বিন্ধি ঠকা-সৰকা কৰি থোৱা হিয়াত বৰ আঘাত দিলে। গুৱাহাটী পৰা ঘূৰিল হয় ; কিন্তু জ্ঞান হেৰুৱাই বলিয়া বেশে আহি ঘৈণীয়েকৰ আগত কান্দিবলৈ ধৰিলে। তাৰেপৰা কিছুমান দিন চন্দ্ৰবৰদৰে জকতে আছিল। সময়ৰ মহিমা কোনেও বুজিব নোৱাৰে। আজি যি ৰজা, কাইলৈ সি বাটৰ মগনীয়া, আকৌ কালি যি মগনীয়া, আজি সি ৰজা। দুখ কি চিৰকাল সমানে থাকে ? সুখ আৰু সৌভাগ্য যেনে অথিৰ, দুখ ও বিত্তহীনতাও তেনে অস্থিৰ। সততে চন্দ্ৰবৰদৰে

মানুহৰ ভাগ্যত সুখ ও দুখ ঘূৰিবই লাগিছে। আকৌ সুখৰ দিন আহিল। যি বৰ পিতেকে সৰ্ব্বনাশ কৰি সকলোকে বিপদ-সাগৰৰ মাজত অৱলম্বনহীন কৰি পেলাই থৈ গৈছিল, তেঁৱেই নিজৰ মূৰত সমুদয় ঘৰুৱা ভাৰ লৈ অৰ্থ উপাৰ্জ্জন কৰি লাহে লাহে অৱস্থা উন্নতি কৰিবলৈ ধৰিলে। পিতৃ-মাতৃ, ভাই-ককাই, মিতিৰ-কুটুম সকলোৰে মনত আনন্দ হল। যদিও পূৰ্ব্বৰ অৱস্থা পুনৰ পাব নোৱাৰিলে; তথাপি অভাৱৰ হাত হনে সাৰিল। মানুহৰ মনৰ সন্তোষতকৈ বঢ়া পৃথিবীত আৰু একো সুখ নাই। শেষ বয়সত জানিবা পৰম পিতা ভগৱানৰ কৃপাত তেওঁৰ আৰু মনত দুখ নেথাকিল। ঘৰ চম্ভালিব পৰা উপযুক্ত পিতেকৰ ওপৰত নিজৰ ভাৰ দি, প্ৰিয়তমা পত্নীৰ বুকুত ৫ টি পুত্ৰ আৰু এটি কন্যা সন্তান থৈ, সিহঁতক সুখৰ অৱস্থাত থকা চাই, আনন্দ মনেৰে পত্নীৰপৰা বিদায় লৈ, তেওঁৰ প্ৰায় ৬৮ কি ৬৯ বছৰ বয়সত, যি দেশলৈ মানুহ গলে আৰু ঘূৰি নাহে, সেই দেশলৈ গল।

মানুহে সামান্য পকৰা পিপৰাবেপৰা শিকিবলগীয়া বহুত বিষয় পায়, এনেস্থলত তেওঁৰ জীৱনৰপৰা যে, কত শিকিব লগীয়া বিষয় পাব পাৰি, তাৰ কি সীমা আছে? বাহুল্য হৈ পুথিৰ আকাৰ বাঢ়ে বুলি আমি যত দৰ পাৰোঁ সংক্ষিপ্তকৈ এই ঠাইত অলপ মাথোন উনুকিয়াইহে গলোঁ। ঈশ্বৰে দিন দিলে সময়ত বহলাই লিখি বাহিৰ কৰিবলৈকো পিছ নোহোহকিম। ভাবি চোৱাচোন, তেওঁ আগেয়েতে কি অৱস্থাত কেনে সময়ত আহি কি কৰিলেহি। তেওঁৰ জীৱনত এনে একোটি ঘটনা ঘটিছিল, যাক ভাবিলে আচৰিত নহৈ নোৱাৰি। এইবাৰ ইমানতে বিদায়। ইতি।

## ৩য় গীত ।—

( ভৈৰবী—কাওয়ালি । )

দেখা দিয়াঁ আহি হে জীৱনৰ জীৱন,
মিছাতে নিয়ালোঁ মই অমূল্য জীৱন ।
চাই তয়ু প্ৰেম-মুখ, দূৰ কৰোঁ সৱ দুখ
দয়া কৰি এটি বাৰ দিয়া দৰশন ।
পাপ সাগৰত পৰি, জীয় মোৰ যায় বুৰি,
দি তয়ু চৰণ তৰি, জীৱয়াঁ জীৱন ।

---

## ৪র্থ গীত ।—

( ভৈৰবী—যৎ । )

কিনো আছে প্ৰভু মোৰ দিওঁ চৰণত ?
দীন দুখী পাপী মই মজিছোঁ পাপত ।
নেজানো অৰ্চ্চনা স্তুতি, সদাই পাপত ৰতি,
দিবলৈ একোকে নাই মৰু-হৃদয়ত ।
পাপৰ জুইৰে পুৰি, বোলো মই হৰি হৰি,
শান্তি পানী ঢালা প্ৰভু জ্বলা হৃদয়ত ।

—o—

## ৫ম গীত ।—

( ইমনকল্যাণ—আড়াঠেকা । )

কি ভাবিছা মন ?
মাতাচো তেওঁক মেলি হৃদয়-ধাকন ।
প্ৰাণৰ ঈশ্বৰ আহি, হৃদয়ত বহিবহি,
এনেটি সৌভাগ্য কিয় নকৰা যতন ?
ভকতি ফুলৰ মালা, ভৰি লোৱাঁ হৃদি-থালা,
ওলালেহি প্ৰাণেশ্বৰ কৰিবাঁ অৰ্পণ ।

---

## ৬ষ্ঠ গীত ।—

( বাউলসুৰ—একতালা । )

কি বুলি তাঁৰ দিওঁ পৰিচয় ;
তেওঁ দয়া নিধি, প্ৰেমৰ বাৰিধি,
দেখিলে নয়ন শীতল হয় ।
কোটি সূৰ্য্য গোটালেও তুলনা নহয় ;
আকাশ বিয়পি আছে হই জ্যোতিময় ।

—০—

## ৭ম গীত ।—

( সুৰটমল্লাৰ—আড়াঠেকা । )

জীৱনে মৰণে সখি ! তোমাকে সঁপিলোঁ মন,
মাৰিলে মাৰিব পাৰাঁ, এৰিলে এৰিব পাৰাঁ,
ৰাখিলে ৰাখিব পাৰাঁ, কৰি দয়া বিতৰণ ।
কৰিম তোমাৰ কাম, জপিম তোমাৰ নাম,
তোমাৰ গুণকে গাম, দিনে-ৰাতি অগণন ।

---

## ৮ম গীত ।—

( বাহাৰ—আড়াখেমতা । )

ৰসিক নহলে তুমি নিবিলাবা কাকো মন ।
নিবিলাবা কাকো মন নিবিলাবা কাকো মন
নহলে মনৰ মিল, সুখ নাই এক তিল,
হিয়া ধাকুৰিবা পাছে, দিনে-ৰাতি অকাৰণ ।
সমানে সমান হলে, সুখ পায় লাগি থালে,
সুখেৰে থাকিবা তেহে, হই শান্তি নিমগন ।
অৰসিকে ৰসিকাৰ, মোল বুজা মহা ভাৰ,
নেজানে সমুলি হায় ! কেনেনো প্ৰণয় ধন ।

### ৯ম গীত ।—

( ভৈৰবী—মধ্যমান। )

নেদেখি তোমাক মইনা, ইফালে সিফালে চাওঁ,
পালে তোমাক মই হাতেতে আকাশ পাওঁ।
দেখিলে তোমাৰ মুখ, পাহৰোঁ সকলো দুখ,
ওচৰলৈ চাপি আহাঁ, এটি মই চুমা খাওঁ।

---

### ১০ম গীত ।—

( বাৰোৱা—ঠুংৰী। )

মনে যাৰ আশাত মৰে ;
সি কিয় নো লগ নিদি সততে কাকতি কৰে।
তাকে ভাবি নিৰন্তৰ, ভুগি মৰোঁ চিন্তা জ্বৰ,
তাকেহে সদাই ভেও, পাবলৈ বাসনা কৰে।
মোৰ মন সিয়ে নিলে, তাৰ মন আনক দিলে,
ঠগক সপিলোঁ মন কোনে মোক শাঁত কৰে।

---

### ১১শ গীত ।—

( সিন্ধু ভৈৰবী—মধ্যমান। )

এৰি দে এৰি দে মোৰ, চেনেহি চৰাই ;
চেনেহি চৰাই হেৰ, লাহৰি চৰাই।
কোনেনো কত ৰাখিছ ধৰি, দেচোন দেখুৱাই।
ঠেঙৰপৰা প্ৰেম শিকলি, কোনে তাৰ দিলে মেলি,
আছে কত কচোন মোক, খওঁ হিয়াত ভৰাই।
দেখা পালে এইবাৰ, ধৰি নিয়া সাধ্য কাৰ,
পলাব নোৱাৰে আক একেথিৰে থাকিম চাই।

—০—

## ১২শ গীত ।—

( পৰজ—ঝাঁপতাল । )

আহাঁ হে প্ৰিয়সি আহাঁ, এটি মই চুমা খাওঁ ,
দেখিলে তোমাক প্ৰিয়ে, হেপাহ চকুৰে চাওঁ
তুমি হৃদযৰ জোন,
তুমি বিনে আছে কোন,
তুমি মোৰ কেচা সোণ, মৰমতে পমি যাওঁ ।

## ১৩শ গীত ।—

( সিন্ধুখাম্বাজ— মধ্যমান । )

জীৱ থাকেমানে নাথ, তুমি মোৰ অধিপতি ,
তোমাৰ চৰণ বিনে নাই মোৰ আন গতি ।
শুনিলে তোমাৰ মাত, হয় মোৰ হিযা শাঁত,
অমৃত বৰষে গাত, তুমি অধিনীৰ পতি ।
দাসাৰ যৌৱন ধন, চৰণত অৰপণ,
কৰিলোঁ সাদৰে মই, তাৰাঁ মোক প্ৰাণপতি ।

## ১৪শ গীত ।—

( খাম্বাজ— মধ্যমান । )

প্ৰাণ যে সদাই কান্দে তোমাৰ কাৰণ,
কিৰূপে সাদৰি মই শাঁত কৰোঁ মন ।
তোমাৰ কথাতে কাণ, তোমাৰ ৰূপকে ধ্যান,
হাজাৰো কথাত আন, নলওঁ নুহুন ।

১৫শ গীত ।—

( পৰজ—ঝাঁপতাল । )

যোৱাঁ হে বুজিলোঁ তুমি কেনে মোক ভালপোৱা ,
লেৰেলা সাদৰ কৰি তিক্ততাৰ মন লোৱাঁ ।
মুখতে অমৃত সানি,
থাব জানা মউ থিনি,
ধুকালে ফুলৰ মউ দূৰতে আঁতৰ হোৱাঁ ।

—০—

১৬শ গীত ।—

( মূলতান—আড়াঠেকা । )

নকওঁ মনৰ কথা কি হবনো কলে ;
মনত পৰিলে দেখোঁ বুকু খনি জ্বলে ।
পাহৰি গলেও হাব, সপোনতো দেখা পায়,
মনত তৰণী নাই, ৰাতিপুৱা হলে ।

—০—

১৭শ গীত ।—

( সিন্ধু ভৈৰবী—মধ্যমান । )

সত্যে কৰি কোৱাঁ প্ৰাণ, কাক তুমি ভালপোৱা ,
তোমাৰ লগতে মই হইছোঁ ফাপৰে-খোৱা ।
নেপালে তোমাৰ স্নেহ, হব এই প্ৰাণ শেহ,
নেদেখিবা এই দেহ, জনমতো আৰু প্ৰিয়া ।
তুমি হৃদয়ৰ ধন, তুমি মোৰ প্ৰাণ মন,
ন কৰিলে তুমি শাঁত কৰে কোনে জ্বলা হিয়া ।

# শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ-বৰুৱা

## বিৰচিত

### কেৰখনিমান লাগতীয়াল পুথিৰ শলাগনী চিঠি।

---

( হুবহু নকল )

The book, "*Phola*" by Durga Prosad Mojinderborua, will prove useful. to beginners. Its get up is very nice.

*Dibrugarh.*
8-3-01.

TAYABALI,
*S. I. of Schools.*

---

I am sure the book, "*Phola*" by Durga Prosad Mojinderborua, will prove useful to beginners, is also attractive, it is well got up, should be found in every home where there are little boys and girls. I wish it every success.

DIBRUGARH,
9-3-01.

F. C. MORAN,
Vice-Chairman L. B.

—o—

প্ৰিয় হলিৰাম—

শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ-বৰুৱা লিখিত তুমি মোলৈ পঠিউৱা "ফলা" নামেৰে পুথি খনি পঢ়ি বৰ সন্তোষ পালোঁ। এই পুথি খনিৰে আমাৰ সৰু লৰা-ছোৱালীবিলাকক সহজে আৰু সোনকালে আখৰ চিনাব পৰা হব; মোৰ বিবেচনাত আখৰ আৰু শব্দ হুয়ো বৰ উপযোগী হৈছে। 'আৰু বিশ্বাস কৰোঁ, এই পুথি খনিয়ে আমাৰ অসমীয়া ভাষাৰ এটি ডাঙৰ অভাৱ গুচাব।

ডিব্ৰুগৰ। ১২।৩।০১।

তোমাৰ শুভাকাঙ্ক্ষী

শ্ৰীগোপাল চন্দ্ৰ পুৰী গোস্বামী ভুঞা,
তহচিলদাৰৰ মোটত,
চৰ-ডিপুটি-কলেক্টৰ।

---

প্ৰিয় হলিৰাম—

শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ-বৰুৱাই লিখা এই "ফলা" নামেৰে পুথি খনি সৰু লৰা-ছোৱালীক আখৰ চিনাবলৈ বৰ উপযোগী হৈছে। কিন্তু আখৰবিলাক অলপ ডাঙৰ হোৱা হলে ভাল আছিল। এই শ্ৰেণীৰ আন আন পুথিতকৈ এই খনি ভাল হৈছে বুলি আমি ডাঠকৈ কব পাৰোঁ। গ্ৰন্থকাৰ এজন জনা বুজা অসমীয়া লেখাক আৰু তেওঁ লিখা পুথি যে বিশদ নহব ইয়াৰ কোনো কাৰণ নাই। আশা কৰোঁ, অসমৰ সকলো ঠাইতে সকলো পঢ়াশালিতে এই পুথি চলিব। ইতি ১৫।২।০১

শ্ৰীৰজনীকান্ত বৰদলৈ বি, এ।
চবডিপুটি-কলেক্টাৰ,
"মিৰি জীয়ৰী," "মনোমতী"
আৰু "জ্ঞানসোপান" লিখক।

---

প্ৰিয় মহাশয়,

শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ-বৰুৱা বিৰচিত "ফলা"খনি দেখি বৰ ভাল লাগিল। এই পুথিৰে অসমীয়া লৰাক সহজে আৰু সোনকালে আখৰ চিনাব পৰা হব। আখৰবিলাক বৰ ধুনীয়া হৈছে। পুথি খনি সৰু কিন্তু অসমীয়া ভাষাৰ এটি মহৎ অভাৱ দূৰ কৰিলে। এতিয়া স্কুল বিভাগৰ কৰ্ত্তৃপক্ষকপৰা লিখকে উৎসাহ পালে মনত বৰ বং পাম।

নামতিকল, 
২১ ফেব্ৰুৱাৰি, ১৯০১।

আপোনাৰ—
শ্ৰীৰাধাকান্ত সন্দিকৈ।
তহচিলৰ মোটিক,
চবডিপুটি-কলেক্টাৰ আৰু
"প্ৰাকৃত-বিজ্ঞান" লিখোঁতা।

ফলা—নামে নতুন ৰকমৰ এখনি আদি-পুথি শ্ৰীযুক্ত দুৰ্গা-প্ৰসাদ মজিন্দাৰ-বৰুৱাই লিখা শ্ৰীহলিৰাম কলিতাই বাহিৰ কৰিছে। লিখকে সেই পুথিৰ পাতনিত লিখিছে যে, অসমীয়া ভাষাত যদিও অনেক আদি-পুথি আছে সেইবিলাক সকলোতে পদ্যৰ নিচিনাকৈ আখৰ মিলোৱাত লৰা-ছোৱালীয়ে আখৰ নৌচিনো-তেই মনত ৰয়। সেইবাবে সেইসকল পুথি লৰাক আখৰ চিনোৱাৰ পক্ষে বিশেষ উপকাৰী নহয়। এই কথা মোৰো মনত ধৰিছে। এই খনি পুথি হলে লৰা-ছোৱালীয়ে পঢ়িলে অলপ কালতে আখৰ চিনিব পাৰিব বুলি মোৰ বিশ্বাস হয়। এই পুথি খনি আমাৰ টেক্সবুক কমিটিয়ে পঢ়াশালিবোৰত চলাবলৈ মঞ্জুৰ কৰা নিতান্ত উচিত।

ডিব্ৰুগৰ,
১০ মাৰ্চ্চ, ১৯০১।

শ্ৰীশিৱৰাম শৰ্ম্মা বি, এল।
মিউনিচিপেলিটিৰ ভাইচ-চেয়াৰমেন ও
অ, ভা, উ, সা, সভাৰ সম্পাদক।

---

গোলাঘাট বেজবৰুৱা হাই স্কুলৰ হেড মাষ্টৰ আৰু "কবিতা-প্ৰয়াস" লিখোঁতা শ্ৰীযুত শ্ৰীনাথ বেজবৰুৱা ডাঙৰীয়াই লিখিছে:—

My dear Mojinderborua,

* * * * আপোনাৰ "ফলা" পুথি খনি পাইছোঁ; বৰ ভাল হৈছে। লৰা-ছোৱালীবোৰে সহজে এই পুথিৰদ্বাৰা অসমীয়া শিকিব পাৰিব। পুথি লিখা প্ৰণালী আৰু লৰাৰ কোমল মনে ভালৰূপে মিল হৈছে। ইতি ২৬।২।১৯০১

আপোনাৰ—

শ্ৰীশ্ৰীনাথ বেজবৰুৱা।

---

শ্ৰীহলিৰাম কলিতা,

তোমাৰ প্ৰকাশিত শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ-বৰুৱা লিখিত "ফুলা" পঢ়ি বৰ বং পাই বুজিব পাৰিলোঁহক যে, ই লগৰীয়া আতাইবোৰ পুথিকে চেৰ পেলাইছে। ই যে, লৰাক প্ৰথমে আখৰ চিনাবৰ নিমিত্তে হাতত দিবৰ অতি উপযুক্ত হৈছে, তাক কোৱাৰে সকাম নাই। লিখোঁতাই বিশেষ যত্ন কৰি এই লাগতীয়াল পুথি খনি নতুন প্ৰথাৰে এনে সৰ্ব্বাঙ্গ সুন্দৰ কৰি লিখা বাবে অসমীয়াৰ যথাৰ্থতে বৰ শলাগৰ পাত্ৰ হৈছে। ইতি।

ডিব্ৰুগৰ।
১০।২।১৯০১

শ্ৰী যাদুৰাম বৰুৱা,
শ্ৰীমালভোগ বৰুৱা,
অনৰেৰী মেজিষ্ট্ৰেট দুজনা।

---

From—W. Booth Esqr., M. A., Sc. D.,
Director of Public Instruction and Registrar of Books, Assam.

*Uju-kabita*—by Durga Prosad Dutt, is a simple poetical reader, containing short poetical pieces of a didactic nature on moral subjects. It is written in very simple and chaste language.

(Vide "The *Assam Gazette.* March 17, 1900.")

—o—

Extract from the proceedings of the meeting of the Text Book Committee, Nowgong, held on the 11th Dec. 1895.

Examined "*Uju-Kovita*" by Durga Prosad Dutt.

Resolved that the following opinion be recorded :—

"The book would, no doubt, be of some service to the students in the Lower Primary Schools. Its language is easy and it appears to contain some pure Assamese idiomatic words and several moral and interesting lessons in it. * * *"

NOWGONG,
The 29th Dec. 1895.

(Sd). C. BHUNYAN,
SECY. TEXT BOOK COMMITTEE,
*Nowgong.*

"We tender our thanks to Srijut Durga Prosad Dutt of Calcutta for his kindly sending us a copy of his Poetical Reader in Assamese called *Ujukavita* or 'Easy lessons in Poetry.' This little book is intended for children of tender age. The subjects are no doubt selected with good choice, and the style is charming and graceful. We recommend that this little pamphlet should be made a standard in our Primary Schools."
"*Times of Assam.*"

'উজুকবিতা'—শ্ৰীযুত দুৰ্গাপ্ৰসাদ দত্ত ৰচিত। "কোমল বয়সীয়া লৰা-ছোৱালীৰ নিমিত্তে এই পুথি লিখা হৈছে। আমি ডাঠকৈ কব পাৰোঁ যে, যি উদ্দেশ্যৰে এই সৰু পুথি ৰচা হৈছে, তাৰ সিদ্ধি নহৈ নেথাকে। লেখকে বিশেষ যত্ন কৰি কুমলীয়া লৰা-ছোৱালীয়ে বুজিব পৰাকৈ পুথি খনিত বাছি বাছি ঘৰুৱা সহজ শব্দবিলাক ব্যৱহাৰ কৰিছে; সেইবাবে আমি তেওঁৰ শলাগ লৈছোঁ। কবিতাবিলাকো নীতিপূৰ্ণ। প্ৰত্যেক অসমীয়া লৰা-ছোৱালীৰ হাততে এই পুথি হোৱা উচিত। পুথি-বছা কমিটীয়েও পুথি খনি পঢ়াশালিত চলাবলৈ অনুমতি দিব লাগে।"
জোনাকী।

---

'উজুকবিতা'—"সিদিনা এজনে এই কিতাপ খন বখানি এখন চিঠি লেখিছিল। দৰাচলে কিতাপখন প্ৰশংসাৰ যোগ্য। কবিতা-বিলাক অৱশ্যে লৰাৰ নিমিত্তে লেখা হৈছে, কিন্তু তাৰ ভাব আৰু উপমাবিলাক মধুৰ আৰু অতি সুন্দৰ। ভাষাও ললিত, লৰাই বোৱা ভাষা। কিতাপ খনিত ২৭টা কবিতা আছে ইয়াৰ ভিতৰত এটিও বেয়া পোৱা নেযায়। প্ৰথমটো যি সুৰে যেনে ভাষাত আৰু যেনে ভাবে গঠিত দ্বিতীয়টোও ঠিক সেইৰকম, তৃতীয়টোও তদনুৰূপ। আদিৰপৰা অন্তলৈকে একেৰকম, মধুৰ, গভীৰ আৰু উজু। লৰাৰ হাতত দিবলৈ আমাৰ বিবেচনাত এইখনিয়েই যোগ্য কিতাপ। এনেকুৱা কিতাপ লেখা বাবে আমি লেখকৰ শলাগ লৈছোঁ। আমাৰ প্ৰাইমেৰি শিক্ষাৰ হিত-চিন্তাবিলাকে এনে কিতাপ বিচাৰি নিয়া উচিত। * * * * *"
"আসাম"

শুভাশীর্ব্বাদ

বিশেষ তোমাৰ চিঠিৰে সৈতে "উজুকবিতা" পালোঁ। তোমাৰ কবিতা ভাল হৈছে। এয়ে তোমাৰ প্ৰথম উদ্যম এতেকে যি দুটা এটা দোষ আছে, ধৰ্ত্তব্য নহয়। * * * *

গুৱাহাটী,
৬ই ডিচেম্বৰ, ১৮৯৫।

শ্ৰীহেমচন্দ্ৰ বৰুৱা।
অসমীয়া ভাষাৰ থাই ওজা আৰু
"হেমকোষ"ৰ সম্পাদক।

---

# উজুকবিতা।

শ্ৰীযুত দুৰ্গাপ্ৰসাদ দত্ত নামেৰে এজন নতুন লিখাকয়ে উজু-কবিতা বুলি এখনি পুথি উলিয়াইছে, আমি পুথি খনি পঢ়ি ইমান সন্তোষ পাইছোঁ, যে তাৰ হৈ এঁশাৰি নেলেখাকৈ থাকিব নোৱাৰিলোঁ। এই ৰূপহী পুথি খনিত কি আছে কব নোৱাৰোঁ, ইয়াক পঢ়ি আমনি নেলাগে ; এবাৰ পঢ়িলে আৰু এবাৰ পঢ়িবৰ মন যায়। ইয়াত ২৭টি সৰু সৰু সুন্দৰ কবিতা আছে। কবিতা বিলাক ইমান উজু আৰু সৰু লৰাৰ উপযোগী হৈছে যে, পুথি খনি নাৱে গাঁৱে মিলি পৰিছে। লিখকে "উপচি" "ওপঙি" "সাঁচিছে" "উমলি" "বপুৰি" "উকমি" "সততে" "মূৰপুতি" আদি কিছুমান সুৱলা ২ খকৰা অসমীয়া শব্দ সুমাই দি, পুথি খনিৰ জেউতি দুগুণ চৰাইছে। এইবিলাক শব্দ শুনিবলৈ বৰ মিঠা। এইবিলাক শব্দই মনৰ প্ৰকৃত ভাবটি যেনেকৈ উদঙাই দেখুৱায়, আজিকালিৰ সংস্কৃতৰপৰা ধাৰকৰা ৰাবে পাচি জোৰা-দিয়া আখৰ থকা জুলৈয়া, বেগেতিয়া, মুঠনীয়া, কঠুৱা শব্দবিলাকে

তেনেকৈ দেখুৱাব নোৱাৰে। আজিকালিৰ কিছুমান লিখাকৰ এনে এটা ধাৰণা হৈছে, যে যিমান সংস্কৃত শব্দ সুমাবা পুথি খনি সিমান লোকে তোমাৰ বিদ্যা আৰু পণ্ডিতালি শলাগিব। এইটি যে সম্পূৰ্ণ ভুল ধাৰণা অলপ ভাবি চালেই জানিব পাৰি। এনে আগ পাছ নুগুণা লিখাকসকলৰ লিখনি ফানৰ কোবত আজি-কালিৰ নতুন অসমীয়া পুথিবিলাকৰপৰা আমাৰ ঘৰুৱা অসমীয়া শব্দৰূপী মহ চেৰেপাবিলাক পলাই ফাট মাৰিলে। তেওঁলোকে তেওঁলোকৰ পুথিত পাৰেমানে সংস্কৃত শব্দ সুমাইছে আৰু সেই দেখি আমাৰ অসমীয়া শব্দবিলাক লাহে ২ লোপ পাই আছিছে আৰু সেইবাবেই অসমীয়া ভাষাই লাহে লাহে বঙ্গালী ভাষাক আঁকোৱাঁলিবলৈ হাত মেলি গৈছে। "আঁকোৱাল," "চকু-লো," "খনা," আৰু "হাই উৰুমি"ৰ ঠাইত মই যদি "আলিঙ্গন," "অশ্ৰু" "খনন কৰা" আৰু "কোলাহল" লিখোঁ তেনেহলে অসমীয়া ভাষালৈ টোকোন জোকৰাহে হব। দত্ত মহাশয়ে তেওঁৰ পুথিত শুদ্ধ অসমীয়া শব্দবিলাক সুমুৱা বাবে বিশেষ শলাগ পাব লাগে।

* * * * * * * * মুঠতে পুথি খনি অতি ভাল, অতি মিঠা, অতি সুৱলা হৈছে। এনে পুথি আমাক আৰু লাগে। দত্ত মহাশয়ক আমি এই প্ৰথম লগ পাইছোঁ; এই খনেই তেওঁৰ প্ৰথম পুথি। এয়ে যেতিয়া ইমান ভাল হৈছে, তেওঁৰ লিখা সময়ত বৰ ভাল হব বুলি আশা কৰিব পাৰি। পুথি-বছা কমিটিয়ে এই পুথি খনিক ভাল বুলিলে আমি বৰ সন্তোষ পাম। অসমীয়া সবাৰ হাতে হাতে যেন ইয়াৰ একোখনি দেখোঁ। দত্ত মহাশয়ক এটায়ে উৎসাহ দিয়া উচিত।

( "১৪ অক্টোবৰ ১৮৯৫ আসাম" চোৱা। )

---

# No. 7370.

From—W. Booth, Esquire, M. A., Sc. D.,
*Director of Public Instruction, Assam.*

To

Babu Durga Prosad Dutt,
Amlapati, Dibrugarh.

*Dated Shillong the 29th December 1899.*

Sir,

I have the honour to acknowledge with thanks the receipt of a copy of your book entitled "*Lorakovita.*"

Forwarded with your letter dated the 6th October 1899, and to say that your book has been included in the list of text books authorised for use in Schools of which the Vernacular is Assamese.

I have the honour to be,
Sir,
your most obedient servant,
*(Sd) W. Booth.*

---

To— *Srijut Durga Prosad Dutt,.*
SIBSAGAR.

*Dated 11th May, 1899.*

SIR,

I have the honour to inform you that your book "*Lorakovita*" submitted to the committee for opinion was examined and the committee passed the following opinion. "The author sent copies of the 1st Edition after making necessary corrections. The book is easy and well written for the boys and may be used in the Lower Primary Schools and in the lower classes of the middle schools."

I send herewith a copy of your *Lorakovita.* Please acknowledge receipt.

I have the honour to be,
Sir,
Your most obedient servant,
(Sd) GUNJANAN BARUA, B. L.
*Secy. A. T. B. Committee.*

*"Lorakovita,"* by Durga Prosad Dutt. This is a Poetical Reader in Assamese. The subjects are well selected and calculated to imp rove the mora sense of the boys. The book seems to be superior to many of its kind that we have come across. It should find a place among the text books of our Assamese Schools.

*Times of Assam*, January 29, 1898.

---

As a Sub-Inspector of Schools, I have had ample opportunity of comparing the book *"Lorakovita"* by Babu Durga Prosad Dutt with *"Ujupath"* the present poetical course of the Lower Primary Examination. It is true that like the Prose Course, that in poetry should also see a change. And I recommend that *Lorakovita* is the best available book for the purpose.

TAYABALI,
S. I. of Schools,
DIBRUGARH, 29-3-01

---

I have gone through both the books, *"Lorakovita,"* and *"Ujupath,"* very carefully. In comparison, I found *"Lorakovita,"* far superior to *Ujupath*, the present poetical course of the Lower Primary Schools in every respect. *Lorakovita* contains well choosen 34 charming poetical peices of a didactic nature on moral subjects in a very pure Assamese idiomatic words. I hope, our worthy Director of Public Instruction would be good enough to introduce it as a Standard Poetical Course to the Lower Primary Schools keeping *Ujupath* for the Lower classes.

Dibrugarh. 17-3-01. } JADU RAM BAROOAH,
Hony. Magistrate.

---

মহবী—এই নামব এখনি নতুন অসমীয়া ধেমেলীয়া নাট সমালোচনাব অর্থে পাইছোঁ। ডি, পি, দত্ত. ইয়াব লেখোঁতা। পুথিত আসামব চাহ বাগিচাব মেনেজাব চাহাব, বব মহবী, হাজিবা মহবী, মেনেজাবব দেশীয় মেম, প্রভৃতি সকলোবে খড়িয়া চিত্র দিয়া হৈছে। নাটব ভাষাও উপযুক্ত হৈছে। ইয়াব অভিনয় কবি চালে আমাব মনেবে এটায়ে বং পাব। ডিব্রুগবব শ্রীশিবনাথ ভট্টাচার্য্যব ওচবত এই পুথি পোৱা যায়।

( "২২জুন ১৮৯৬, আসাম"জোবঁ। । )

REVIEW.—We tender our thanks to Srijut D P Dutt at Calcutta for his giving us the opportunity of profitably spending half an hour with his amusing Assamese Farce the *Mohori*. Both the language and the get up of the pamphlet are very excellent. We recommend this brochure to our Theatre Parties

*Times of Assam*, January 27, 1896.

---

*D. P. MOJINDERBORUA Esqr.*

SIBSAGAR.

Dear Sir,

Though I am a perfect stranger to you, I take the liberty of introducing myself, having had no friend here to take up the unpleasant task I was for a long time Sub Deputy Collector of Golaghat. During my stay I had the pleasure of seeing your "*Mohori*" farce several times in the local stage. I took no part in the play itself but had some serial part in the management. I am all along an admirer of your book. Last time I was in Calcutta, I had a talk with a friend of mine an Editor about your book and he requested me to make a Bengali translation of it for the Calcutta Stage. May I ask your permission to translate the book in Bengali, so that our Calcutta friends may have an opportunity of enjoying it and admiring the talents of an Assamese friends. You know, the worth of a book is much enhanced it it is translated in different languages. I hope

to be excused for thus taking up your valuable time with a selfish request of mine. Kindly let me have the pleasure of an early reply.

Gauhati, 21-2-01.

yours sincerely,
SARAT CHANDRA LAHIRI,
Sub Deputy Collector.

---

From—W. Booth Esqr. M. A., Sc. D.,
Director of Public Instruction and
Registrar of Books, Assam.

*Drama.—Negro,* by Durga Prosad Dutt, is a farce on hypocrisy, and may, therefore, be termed a social drama. It is an absurd caricature of an Assamese gentleman of high caste, who was educated somewhat on English lines looks down on his compatriots. The height of absurdity is reached when he quarelled with his faithful loving wife in consequence of her refusal to imitate the life and manners of a *Mem sahib.* The writer may be termed an ASSAMESE GEORGE MOORE.

(*Vide "Assam Gazette.* March 17, 1900")

---

We beg to acknowledge with thanks a copy of *Sahajchikitsa,* a booklet in Assamese dealing with the homœopathic treatment of some of the commoner diseases prevalent here. The book is intended for amateurs and is written in a style that will be intelligible to any man who has a knowledge of letters. We believe it may be of some use to people in the interior, who have no access to professional medical aid. Babu Durga Prosad Dutt, its writer, deserves credit for turning his attention to this useful branch of knowledge.

*The Eastern Herald,* April 24-1899.

---

*D. P. MOJINDERBORUA Esqr.*
DIBRUGARH.

ডাঙৰীয়া—

আপুনি পঠোৱা "ফুল" আৰু "জ্ঞানমঞ্জৰি" পুথি দুখনি পাই

ভালৰূপে পঢ়ি চোৱা হল। লিখাৰ নিয়ম আৰু পুথিৰ বিষয়বোৰ বৰ সুন্দৰ হৈছে। লৰাক স্বাধীন ভাবে চিন্তা কৰিবলৈ শিক্ষা দিয়া বৰ আৱশ্যক। আপোনাৰদৰে যদি আন পুথি লিখোঁতা-সকলেও এই বিষয়ে অলপ কাণ কৰে তেনেহলে আমাৰ লৰা-বোৰৰ প্ৰকৃত জ্ঞান লাভ কৰা বাট বহুত মুকলি হব। আপুনি যি অভিপ্ৰায়েৰে এই পুৰুষাৰ্থ কৰিছে, সেই অভিপ্ৰায় অৱশ্যে ফল-ৱতী হব। এই গঢৰ যিমান পুথি ওলায় আমাৰ সিমান মঙ্গল।

* * * * * *

গোলাঘাট।
২৮ মাৰ্চ্চ, ১৯০১

আপোনাৰ—
শ্ৰীশ্ৰীনাথ বেজবৰুৱা।
বেজবৰুৱা হাই স্কুলৰ হেডমাষ্টৰ আৰু
"কবিতা প্ৰয়াস"ৰ গ্ৰন্থকাৰ।

---

প্ৰিয় হলিৰাম,

তুমি যে, মোলৈ শ্ৰীযুত দুৰ্গাপ্ৰসাদ মজিন্দাৰ-বৰুৱা মহাশয়ে লিখা "ফুল" আৰু "জ্ঞানমঞ্জৰি" পঠিয়াইছিলা, পঢি বৰ তৃপ্তি পালোঁ। পুথি দুখনি স্কুলত চলাবৰ নিমিত্তে বৰ উপযুক্ত হৈছে, আৰ তাৰপৰা আমাৰ লৰা-ছোৱালীবোৰৰ অলেখ উপকাৰ হব, তাত কোনো সন্দেহ নাই। "জ্ঞানমঞ্জৰি"ত বৈজ্ঞানিক কঠিন বিষয়বোৰ লৰা-ছোৱালীয়ে বুজিব পাৰাকৈ উজু উপায়েৰে লিখকে বিশেষ পুৰুষাৰ্থকৈ লিখিছে। "ফুল"ৰ লাৱনী মনমোহা কবিতাই বাস্তৱিক মন মুহিত কৰে। পুথি দুখনিৰ ভাষা আৰু ভাব বৰ সুৱলা হৈছে। লিখকে সকলোৰেপৰা উৎসাহ পোৱা উচিত। পুথি দুখনি পঢাশালিবোৰত চলাবৰ বৰ উপযোগী হৈছে।

নামতিদল,
৫।৪।০১

শ্ৰীৰাধাকান্ত সন্দিকৈ,
তহচিলৰ মোটত, চৰ-ডিপুটিকলেক্টাৰ
আৰু "প্ৰাকৃত-বিজ্ঞান" লিখোঁতা।

---